প্ৰকাশক
শ্ৰীবিধুভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
পোষ্টবক্স নং ১, শিলং

পৰিবেশক
চপলা বুক ষ্টল
শিলং : : অসম

মুদ্ৰাকৰ
শ্ৰীসৌৰেন্দ্ৰনাথ মিত্ৰ
বোধি প্ৰেছ
৫ শঙ্কৰ ঘোষ লেন,
কলিকতা ৬

প্ৰথম তাঙৰণ
নৱেম্বৰ ১৯৫৮ ইং

মূল্য } দুটকা
২·০০

# অৰ্পণ

শ্ৰীযুত সত্যপ্ৰসাদ গোস্বামীদেৱৰ
হাতলৈ 'দেশৰ সপোন'
আগবঢ়ালে।

—লিখক

# নিবেদন

"দেশৰ সপোন'খন সম্পূৰ্ণ কাল্পনিক। এই কিতাপখন লিখিবলৈ বহুদিনৰ পৰা আমাক উদ্গণি দি আছিল তেজপুৰৰ' অসম লজ' হোটেলৰ মেনেজাৰ শ্ৰীযুত ৰামমোহন পাঠকদেৱে। উপন্যাস-খনৰ পটভূমিৰ খোপনিটো অসম লজতে ল'বলৈ সুবিধা পোৱাত শ্ৰীযুত পাঠকদেৱক আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। বন্ধুবৰ শ্ৰীযুত ধৰ্মেশ্বৰ হাজৰিকাদেৱে আমাক মাজে মাজে দি থকা অনুপ্ৰেৰণাৰ বাবে তেখেতৰ ওচৰতো কৃতজ্ঞ। প্ৰেছলৈ পঠাবলৈ 'দেশৰ সপোন'ৰ পাণ্ডুলিপি তৈয়াৰ কৰি সহায় কৰি দিয়াত শ্ৰীমান যজ্ঞেশ্বৰ বৰুৱাক আমাক মৰম যাচিলোঁ। 'দেশৰ সপোন'ক ৰাইজে মৰমৰ চকুৰে চাব বুলি আশা ৰাখিছোঁ। নতুন কিতাপ ওলোৱাৰ বা-বাতৰি লৈ থকা ছাত্ৰ শ্ৰীমান নৰেন্দ্ৰনাথ শইকিয়া আৰু শ্ৰীমান ডিম্বেশ্বৰ ভুঞাঁলৈ আমাৰ স্নেহ আগবঢ়ালোঁ।

শ্বিলঙৰ 'চপলা বুক ষ্টল'ৰ মালিক শ্ৰীযুত বিভূভূষণ চৌধুৰী মহাশয়ে কিতাপখন প্ৰকাশ কৰি আমাক অনুপ্ৰেৰণা যোগোৱাৰ বাবে তেখেতৰ ওচৰত চিৰকৃতজ্ঞ।

লখিমী প্ৰকাশ
বিহপুৰীয়া
১৯৫৭ ইং

ৰাইজৰ পদৰজ
শ্ৰীধৰ্মেশ্বৰ কটকী

## ॥ এক ॥

প্ৰদীপ কুমাৰ বৰুৱা কংগ্ৰেছৰ পৰা ওলোৱা বাতৰিটোৱে সকলোকে আচৰিত কৰিছিল। ৰাজনৈতিক মহলত কম কৌতুহল লগোৱা নাছিল। প্ৰদীপৰ অপ্ৰত্যাশিত কাৰ্য্যই সাধাৰণ শ্ৰেণীৰ মাজত হতাশৰ সৃষ্টি কৰিলে। খুব কম সময়ৰ ভিতৰতে গাৱঁৰ ৰাইজে এই কথাৰ গম পায়। সকলোৰে মুখত কেৱল একে কথাকে ঃ প্ৰদীপ কুমাৰে কংগ্ৰেছ এৰিলে যেতিয়া কংগ্ৰেছৰো বোধহয় চাউল উকলিল। কমিউনিষ্টৰ ৰাজত্ব ঃ কমিউনিষ্টৰ ৰাজত্বত জানো ৰাইজৰ সন্তুষ্টি আহিব !···যাৰ ধৰ্ম্মত বিশ্বাস নাই ঈশ্বৰত বিশ্বাস নাই।···বৈষ্ণৱ প্ৰাণ ৰাইজৰ মাজত এই প্ৰতিষ্ঠানে ৰাজনৈতিক প্ৰেৰণা যোগাব নোৱাৰে। অসমৰ এদলে বৈষ্ণৱ ধৰ্ম্মৰ চাকিত শলিতা জ্বলাইছে আৰু এদলে তাৰ পোহৰতে ৰাজ-নীতিৰ কিতাপ মেলিছে। ৰাজনীতি আৰু ধৰ্ম্মনীতিৰ সংমিশ্ৰণ ঘটিব নোৱাৰে। ৰাজনীতিৰ মেৰপাকত সাধাৰণ শ্ৰেণী ৰাইজৰ মন স্থিতাৱস্থাত নাই। মানুহৰ মনৰ স্থিতাৱস্থা ৰাজনীতিৰ পাঠ পঢ়ুৱাই আনিব নোৱাৰে। কিন্তু কোনো উপায়েৰে ৰাইজক স্থিতাৱস্থালৈ আনিব নোৱাৰিলে ৰাজনৈতিক দলৰ পূৰ্ণ সফলতা হ'ব নোৱাৰে। নহয়। তেন্তে অসমীয়া ৰাইজে কোনটো দলক বিশ্বাস কৰিব ? কোনো দলেই যে অসমীয়াৰ প্ৰাণত সোমাব পৰা নাই। কমিউনিষ্টৰ বক্তৃতাত সাধাৰণ শ্ৰেণী ৰাইজৰ মন ঘূৰিলে ও

দেৱ-দেৱীৰ ভেটিৰ এই অসম ৰাজ্যত ধৰ্ম্মৰ গ্লানি, দেশৰ স্বাৰ্থ হানি কোনো প্ৰাণ থকা অসমীয়াই হ'বলৈ দিব নোৱাৰে। সেই কাৰণেই অসমৰ আৱশ্যক হৈছে এটা নতুন জাতীয় প্ৰতিষ্ঠান: যিটোৱে ধৰ্ম্ম ৰক্ষা কৰিব পাৰিব, দেশৰ ভৌগোলিক পৰিসীমা অভগ্ন ৰাখিব পাৰিব—ভাষা কৃষ্টিক সুদৃঢ় কৰি গঢ়ি তুলিব পাৰিব।

দেশৰ বৰ্ত্তমান অৱস্থাই প্ৰদীপক যথেষ্ট হতাশ কৰিছিল। সি নিজেই ভাবিছিল যে সি প্ৰকৃত দেশ-কৰ্ম্মী কংগ্ৰেছ সেৱক নহয়। বাহ্যিকতাত আছে কংগ্ৰেছৰ আদৰ্শ কিন্তু তাৰ আত্মা যেন কাৰ্মনাৰ দুবাহু মাজত সোমাই পৰিছে। এটা কথাৰ কাৰণেই সকলো ঘূৰিছে···মানুহৰ মনৰ আশাই দেশত জুই লগালে। জুইত আধাপোৰা হৈছে মাত্ৰ সাধাৰণ শ্ৰেণী ৰাইজ। তুমি কংগ্ৰেছী হোৱা, খদ্দৰ পিন্ধা, যিটো বস্তুলৈকে হাত মেলিবা তাকে পাবা···এনেবোৰ কথাৰ কাৰণেই প্ৰদীপ কংগ্ৰেছৰ পৰা ওলাইছে। এটা পৱিত্ৰ প্ৰতিষ্ঠানক কিছুমান কলুষেৰে ঢাকি ৰাখিবৰ ইচ্ছা নকৰি সি নিজেই ওলাই আহিছিল এখন নতুন সমাজ বিচাৰি, দুঃখ দিনতাক সাৰটি লবলৈ। আদৰ্শৰ মুখা পিন্ধি প্ৰদীপে ভাও দিবলৈ, দৰিদ্ৰ জনতাক প্ৰৱঞ্চনা কৰিবলৈ সাহ নকৰিলে।

বাতৰি কাকতত এইখিনি কথাকে ওলাইছিল।···"মই আজি কংগ্ৰেছৰ পৰা ওলাই আহিছোঁ, ৰাইজ নিশ্চয় আচৰিত হ'ব। মোৰ নিচিনাকৈ ওলাই আহিবলৈ মই বহুতকে আহ্বান

জনাইছোঁ। কংগ্ৰেছৰ পৰা যে মই ওলাই আহিব পাৰিলোঁ। তাৰ বাবেময়ো আচৰিত হৈছোঁ। মই মোৰ দোষবিলাক নিজে দেখা পাইছোঁ, মই কি অন্যায় কৰিছোঁ নিজেই বুজিছোঁ। আমাৰ আকাশ-লজ্ঘা আকাঙ্ক্ষাৰে প্ৰতিষ্ঠান এটাক চুৰা কৰা নিতান্ত অন্যায়। মোৰ হৃদয়খন ক্লেদেৰে পৰিপূৰ্ণঃ চকুত সপোন জাগে আশা আকাঙ্খ্যা, পদ মৰ্য্যাদা।…কংগ্ৰেছত বহু দিনৰ পৰা কাম কৰিলোঁ। কিন্তু ৰাইজক সেৱা কৰিব নাজানিলোঁ। জিলা কংগ্ৰেছৰ সভাপতি হৈ বাসনাৰ মাজে মাজে বাগৰি বাগৰি দৰিদ্ৰ জনতাক কৰিছোঁ প্ৰৱঞ্চনা।…আজি মোৰ স্বপ্ন ভাগিছে; স্বপ্ন নহয় ভুল ভাগিছে। নগৰৰ ভিতৰত ময়েই অৱস্থাপন্ন লোক, মোৰ দেউতা শ-শ পুৰা মাটিৰ গৰাকী। বাগান, মিল আৰু কত কি ব্যৱসায়। এখন বস্ত্ৰ, এমুঠি অন্নৰ কাৰণে দৰিদ্ৰ জনতাৰ কৰুণ ক্ৰন্দন…আৰু আমি মালিকসকলে দেশসেৱাৰ নামত মন সেৱা কৰিছোঁ। ঘৃণীত, অন্যায় অবিচাৰ।…বিচাৰৰ নামত এনে অবিচাৰ কৰি ধনী শ্ৰেণীক হাতৰ মুঠিত ৰাখি হাতত শক্তিশালী ক্ষমতা লৈ দেশক নচুৱাইছোঁ। মই মোৰ ভুল বুজি নিজেই ওলাই আহিছোঁ। দৰিদ্ৰ জন-সাধাৰণৰ আহ্বান মই উপেক্ষা কৰিব নোৱাৰোঁ। মই গঢ়িম এখন নতুন সমাজ। ৰাজনৈতিক প্ৰতিষ্ঠানতকৈ আজি আৱশ্যক হৈছে সামাজিক প্ৰতিষ্ঠানৰ। মই এটা নতুন পোহৰ দেখিছোঁ; সেই পোহৰে মোৰ দেশক ৰক্ষা কৰিবলৈ শক্তি দিব। এই নতুন পোহৰৰ মাজলৈ আহিবলৈ মই সকলোকে আহ্বান জনাইছোঁ। মোৰ দেশৰ সকলো মানুহে যেতিয়া গণতন্ত্ৰৰ কথা

বুজিব, নিৰ্ব্বাচনৰ সময়ত যেতিয়া ফুচুলনিৰ আৱশ্যক নহব, সকলোৰে মনত যেতিয়া দেশবোধৰ চেতনা দিব পাৰিম তেতিয়াহে মোৰ সাৰ্থকতা হৈছে বুলি ভাবিম···।”

“দেউতা ?”

“কি বনমালী ?”

“বাতৰি কাকতত বোলে আপোনাৰ কথা বহুত ওলাইছে। আজি দুপৰীয়া ডাক ঘৰতে বহুত মানুহে বাতৰি কাকত পঢ়ি পঢ়ি আপোনাৰ কথা কৈছিল।”

“যি কয় ক’বলৈ দে বনমালী।”

বনমালী ডাকোৱাল। এইটো কাম কৰি কৰিয়েই সি এতিয়া বুঢ়া হৈছেহি। পুতেকক তাৰ কামটো দিয়াবলৈ চেষ্টা কৰিছে। বুঢ়াই তেতিয়া অলপ শান্তিৰে কটাব পাৰিব। বনমালীৰ লগত প্ৰদীপে প্ৰায়ে কথা বাৰ্ত্তা হয়। গধূলি সময়ত প্ৰদীপ ফুৰিবলৈ যাওঁতে বনমালীক সদায় লগ পায়। তেতিয়া দুয়ো গৈ চিনাকি পুলটোৰ তলৰ সেউজীয়া দুবৰি বননি-ডৰাৰ ওপৰত বহি নানা তৰহৰ ঘৰুৱা কথা হয়; নহয়, ঘৰখনৰ পৰা আৰম্ভ কৰি বহল দেশখনৰ কথাও পাতে। দেশ বিদেশৰ কথাবোৰ জানিবলৈ বনমালীৰ বৰ আগ্ৰহ।

বনমালীয়ে পঢ়িব নাজানে। বাতৰি কাকতখন জোটাই জোটাই পঢ়িবলৈ শিকিছে। ডাক ঘৰত কোনোৱে বাতৰি কাকত পঢ়িলে সি শুনি থাকে অতি আগ্ৰহেৰে। আবেলি আবেলি প্ৰদীপক লগ পালেই সেই বাতৰি কাকতত ওলোৱা দেশ-বিদেশৰ

কথাবোৰকে সোধে বনমালীয়ে। সি বুজিব পৰাকৈ প্ৰদীপে দেশ বিদেশৰ বতৰাবোৰ কয়। বনমালীৰ লৰা-ছোৱালী কেবাটাও। পাকিস্তানৰ পৰা ভাগি আহি অসমত সোমালহি। এতিয়া সি তেনেই অসমীয়া হৈছে। তাক বঙালী বুলি ক'লে বেয়া পায়। তাক বোলে খাবলৈ নাটে। দৰমহা কমিটীৰ ৰিপোৰ্টটো নোপোৱালৈকে সি প্ৰদীপক খুব আমনি কৰিলে। বনমালীৰ মুখত আনন্দ বৈছিল, হওক এইবাৰ অলপ দৰমহা বাঢ়িব। ইমানেই আশা। জেঠ-মহীয়া পিঠি ফটা ৰদত ডাকৰ ভাৰখন লৈ সি শিলৰ ৰাস্তাৰ ওপৰে আহে আৰু যায়, সাত মাইল ডাক কঢ়িয়াই। কেতিয়াবা ম'টৰ পালে উঠি যায়। কেতিয়াবা তাৰ বৰ ভাগৰ লাগে। ৰাস্তাটোৰ কাষত থকা জৰি গছ জোপাৰ তলত বহে। ভৰিৰ আঙুলি কেইটাৰ নখ শিলত খুন্দা খাই খাই ছিগি গৈছে। ভৰিৰ নখ কেউটা মৰিল। গধূলি ভৰি ধোৱঁতে সি কেতিয়াবা কথাটো মন কৰে। জোতা এযোৰ লোৱাৰ কথা এদিন সি ভাবিছিল। ঘৈণীয়েকেও জোতা এযোৰ তাক ল'বলৈ কৈছিল। কাপোৰৰ জোতা এযোৰ সি নিশ্চয় ল'ব পাৰিব। ঘৈণীয়েকৰ হাতত তিনি টকানে চাৰি টকা আছে হেনো। শিলৰ ৰাস্তাৰ ওপৰতে তাৰ জীৱনৰ সংগ্ৰাম। দিনে দিনে ভাগি গৈছে তাৰ জীৱনৰ 'চেপ'। জীয়াই থকাৰ অৱলম্বন —ধুনীয়া পৃথিবীখনৰ মোহ।

"দেউতা, আমাৰ আৰু দৰ্ম্মহা নাবাঢ়ে। সকলোৰে অলপ অলপ বাঢ়িল। আমাৰ বিভাগৰ মানুহে 'ষ্ট্ৰাইক' কৰিব। আমালৈ

আজি কাগজ আহিছে। এনেও খাবলৈ নাপাই মৰা তেনেও খাবলৈ নাপাই মৰা। দুঃখীয়াৰ ফালেতো চৰকাৰে চাব লাগে। আমি দুঃখীয়া হলো বুলি জানো মানুহ নহয় দেউতা ? স্বাধীন হোৱাৰ পিছতো যে মানুহৰ এনে বিলৈ থাকিব পাৰে আমি জনাই নাছিলোঁ।”

“ষ্ট্ৰাইক কৰিলে জানো দৰ্ম্মহা বাঢ়িব ?”—প্ৰদীপে গম্ভীৰ ভাৱে সোধে।

“নাবাঢ়িলেও নাই। তথাপি চৰকাৰৰ ওচৰত শেষবাৰ কান্দি চাব লাগে। মন্ত্ৰী-মেম্বৰে শ-শ, হেজাৰ-হেজাৰ টকা দৰ্ম্মহা লয় আমাক তেওঁ খাবলৈ আঁতাকৈ দিয়কচোন। ইফালে বস্তুৰ দামত জুই লাগিল। চুবই নোৱাৰি। টেক্সৰ ওপৰত টেক্স লাগিল ; মানুহ কেনেকৈ জীয়াই থাকিব দেউতা ? দেশখন ধনীৰহে হৈছে। বাতৰি কাগজত ওলাই ডাঙৰ ডাঙৰ মানুহে ৰাজহুৱা টকা খোৱা, টিংপাত, চিমেণ্ট আদি বস্তু চোৰাং কৈ বেচাৰ কথা কিন্তু শাস্তি জানো হয় ? আমাৰ নিচিনা সৰুবিলাকৰ ফাটেক বুলিলেই ফাটেক। এচাম মানুহ মৰিব লাগিব দেউতা, তেতিয়াহে যদি ৰাইজৰ কিবা এটা হয়।”

“এৰা, বনমালী। এইবিলাক দেখি শুনিয়েই মই দুঃখীয়া ৰাইজৰ মাজলৈ ওলাইছোঁ। আজি মোক দুঃখীয়া সমাজে মাতিছে : মই নগৰৰ পৰা গাৱঁলৈ যাবলৈ ওলাইছোঁ। দুঃখীয়া ; অজ্ঞান আন্ধাৰে ঢাক খাই থকা ৰাইজক লৈ মই এখন নতুন সমাজ গঢ়িবলৈ বিচাৰিছোঁ যিখনে দৰিদ্ৰৰ বিননি শুছাব, অজ্ঞান আন্ধাৰে

ঢাক খাই থকা জনতাৰ ওপৰত শিক্ষা-জ্ঞানৰ বোল দিব, হৃদয়ৰ ৰুদ্ধ দুৱাৰ ভাঙ্গি মানৱতাৰ চেতনা দিব আৰু বুৰঞ্জীৰ ভগ্নস্তূপ নতুনকৈ গঢ়ি ভৌগোলিক সীমা সুদৃঢ় কৰি ৰাখিব পাৰিব।”

“দেউতাৰ পিছে বহুত লোকছান হ’ব। আপুনি চৰকাৰী কাম কৰা নাই যদিও কংগ্ৰেছৰ ডাঙৰ মানুহ বুলি জিলা চাহাবেও মানি চলে। আপোনালোক হাত দীঘল পুৰুষ। কৰিব নোৱাৰা কাম একো নাই। দেউতাৰ ওপৰত ৰাইজৰ যি মৰম আছে তাৰ পৰাই আমি জানিছোঁ যে দেউতাই এইবাৰ মন্ত্ৰীৰ বাব নিশ্চয় পাব। গাৱঁলৈ সোমালে এনেবোৰ সা-সুবিধা, মান মৰ্য্যাদা বহু গুণে কমিব।

“মান-সম্মান উপভোগ কৰি মোৰ ভুলবিলাক এতিয়া দেখিছোঁ এটা এটাকৈ। মান-সম্মান দুফালৰ পৰা জন্ম হয় বনমালী। শক্তিশালী আত্ম-প্ৰতিষ্ঠা কৰিব পাৰিলে মান-সম্মান পায় আৰু ৰাইজক সেৱা কৰিব জানিলেও ইয়াক পায়। প্ৰথমটোৰ মৃত্যু আছে কিন্তু দ্বিতীয়টোৰ মৃত্যু নাই।”—আকাশত তৈতিয়া বেলি পৰিল। ৰঙা দুচপৰা ডাৱঁৰ জিলিকি উঠিছিল পশ্চিম আকাশত। বনমালী যোৱাৰ পিছত প্ৰদীপ কিছু সময় তাতে বহি আছিল। চঞ্চল এচাটি বতাহে পুলটোৰ তলেদি বাগৰি যোৱা পানীখিনি কঁপাই তুলিছিল। বতাহত উৰি অহা দৰিদ্ৰ জনতাৰ কল্লোল প্ৰদীপৰ কাণত খুন্দা খায়। তাৰ হৃদয়ত জাগে নতুন উদ্যম, দূৰত শুনে সমাজৰ আহ্বান। তাৰ আকুল দৃষ্টি সমুখৰ শূন্য ভেদি বহু দূৰ পাৰ হৈ যায়।

## ॥ দুই ॥

তেজপুৰ।

বুৰঞ্জীয়ে গৰকি যোৱা এখন নগৰ : বাণ ৰজাৰ ৰাজধানী শোণিতপুৰ। শোণিতপুৰ বুলিলেই কিমান কথাবোৰ মনলৈ আহে। উষা, চিত্ৰলেখা—অনিৰুদ্ধ কোঁৱৰ। শোণিতপুৰক শোণি-তেৰে বিধৌত কৰিলে তাহানি বাণ ৰাজত্বত। বাণে সাধনাত বিচাৰিছিল তেওঁৰ যোগ্যবান এজন যোদ্ধাক, তেজৰ পিৰ-পিৰণি মাৰিবলৈ। তেওঁৰ আকাঙ্খ্যা পূৰ্ণ হ'ল। অগ্নিগড় পাহাৰত পাতিলে ঐতিহ্যপূৰ্ণ এখন প্ৰণয় অভিনয়। বাণে লভিলে যোগ্যবান যোদ্ধাক কৃষ্ণক। অগ্নিগড়ৰ চাৰিউকাষে জ্বলি থকা অগ্নিশিখাক নীল আকাশৰ বৃষ্টিবাহী অম্বুদমালাই শান্ত কৰিলে। অভিসাৰী অনিৰুদ্ধ অগ্নিগড়ত উঠিল। ইয়াৰ কাষেদি বৈ যোৱা লুইতৰ তৰঙ্গই পাহাৰত খুন্দা মাৰি সোঁৱৰাই দিয়ে উষাই সপোনত পোৱা স্বামী অনিৰুদ্ধ : অগ্নিগড় পাহাৰত থকা পনিয়ল আৰু আম গছ কেইজোপাৰ কেঁচা পাতৰ দৰে বহু দিনৰ আগৰ এই কাহিনীটো আজিও কেঁচা।

বিস্তৃত সুনীল আকাশৰ পূৱ কোণত সূৰুযৰ প্ৰথম দৰ্শন : শ্যামল ধৰাত সোণালী জ্যোতিৰ চকামকা আভা, নীল আকাশৰ ক'লা ডাৱৰ ফালি ওলাই অহা সাতৰঙৰ নতুন বোল···উষা। বাণৰ কন্যা উষা। পৃথিবীৰ সকলো সৌন্দৰ্য্যকে কাঢ়ি আনি

উষাই বুকুত সুমুৱাই ৰাখিছে। ৰঙা দুটি ওঁঠৰ ওপৰে বাগৰি যোৱা হাঁহি। যৌৱন চঞ্চলা...। চকুৰ দৃষ্টিত যৌন আকুলতা, অন্তৰত ঈপ্সিতৰ বাবে সঞ্চিত হৈ থকা আকুল প্ৰেমৰ মানস সৰোবৰ; বক্ষস্থলত নিপোতল পয়োধৰৰ যৌন আবেদন, বহল নিতম্ব জুৰি থকা ক'লা চুলিত সৌন্দৰ্য্যৰ সন্ধান।

উষা।

সপোনত পালে অনিৰুদ্ধ কোঁৱৰক। সূৰুযৰ সোণালী কিৰণ পৃথিবীত পৰাৰ লগে লগে উষাৰ সপোন হেৰাই যায়। কোঁৱৰৰ দুবাহুৰ মাজত সোমাই থাকোঁতেও হেৰাই যায় উষাৰ প্ৰাণৰ ধন অনিৰুদ্ধ কোঁৱৰ। বাউলী উষা। সজল চকু। শেতা মুখ। সপোন হেৰাল। প্ৰাণত পৰশ সানি কোঁৱৰ হেৰাল। চিত্ৰলেখাই হাঁহি হাঁহি সুধিলেঃ কান্দিছা সখী? সপোন দেখিলা, কাক?

সপোনেই হয়। প্ৰাণবন্ত সপোন। প্ৰাণ আছে···তেওঁক আনি দিয়া সখী। উষাৰ কাতৰ উক্তি। চিত্ৰলেখাই ছবি আঁকিলে।

ৰজা মহাৰাজা; ধুনীয়া পৃথিবীখন। চিত্ৰলেখাৰ চিত্ৰত চিত্ৰিত হ'ল উষাৰ হৃদয়ৰ ধন অনিৰুদ্ধ কোঁৱৰ। কোঁৱৰ আহিল দ্বাৰকাৰ পৰা। ভাল পোৱাক একোৱে বান্ধি ৰাখিব নোৱাৰে। অগ্নিগড়ৰ অগ্নি শিখা নেওঁচি কোঁৱৰে উষাক দেখা পালে। উষাৰ হাত দুখন মোহাৰি মোহাৰি কোঁৱৰে ক'লেঃ উষা···।

উষাই লাজত তলমূৰ কৰি সমিধান দিলে—তোমাক পালোঁ।

কোঁৱৰ। তাৰ দুদিনৰ পিছত। অগ্নিগড় কঁপি উঠিল। বতাহত নহয়। বাণৰ গৰ্জ্জনত। উষাৰ বুকুখন কঁপিল।—তুমি মোক নেৰিবা কোঁৱৰ, লুইতৰ বুকুত বাণৰ কোপ দৃষ্টিত অগ্নিগড় খহি পৰিলেও তোমাৰ বুকুৰ মাজত ঠাই দিবা: উষাৰ মিনতি। শ্মশানৰ সাত তৰপ অগ্নিৰ মাজত সোমায়ো মৃত শৰীৰত স্বপ্ন জাগে ভাল পোৱা, চেনেহী প্ৰিয়াৰ স্নেহ কি ··কোঁৱৰ নিৰুত্তৰ •••দ্বাৰকাৰ পৰা কৃষ্ণ আহিল। কোঁৱৰক মুক্তি দিলে। দৌৰ-মাৰি উষাই পুনৰ কোঁৱৰৰ হাতখনত ধৰিলেগৈ।

অসম লজ। ভাত আৰু চাহৰ হোটেল। হোটেলখনত সকলো প্ৰকাৰৰ সুবিধা যথেষ্ট আছে। ঘৰটো দুমহলীয়া। ওপৰ মহলত থকাৰ ব্যৱস্থা আছে। তলত দুখন নে তিনিখন চাহৰ দোকান। এখন হোটেলৰ মালিকৰ। প্ৰদীপ কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ পৰা গুছি আহিল। কলিকতাত থাকি তাৰ ভাল নালাগিল। গুৱাহাটীতো পঢ়িবৰ ইচ্ছা নকৰিলে। তেজপুৰ কলেজৰ পৰাই সি এইবাৰ বি-এ দিব।

অসম লজৰ এচুকীয়া ৰুম এটাত সি থাকে।

গধূলি গধূলি ফুৰিবলৈ যোৱা তাৰ এটা অভ্যাস আছে। প্ৰদীপে সদায় গধূলি ফুৰে। অকলে। তেজপুৰ টাউনৰ ক'ল্ড পাৰ্কত গধূলি সময়ত বহুলোককে লগ পায় নানা ধৰণৰ। কেতিয়াবা সিয়ো যায় ক'ল্ড পাৰ্কলৈ। পুখুৰী কেইটাৰ পাৰত থকা ঘাঁহনিখনৰ ওপৰতে সি বহে অকলে অকলে। নিশ্চল মৌনভাৱে বহু সময় বহি থাকে। কেবাটাও চিগাৰেট সি তাতে

বহি বহি শেষ কৰে। ৰাতি সাত বজাৰ লগে লগে সি ঘূৰি আহে হোটেললৈ।

ৰাতি।

প্ৰদীপৰ ৰুমৰ দুৱাৰখনত কোনোবা এটাই খুন্দিয়াইছিল। সি বহাৰ পৰা উঠি দুৱাৰখন খুলি দিলে। কিৰণে মুখত সামান্য হাঁহি এটা লৈ সোমাই আহে। কিৰণ লজৰ মালিক। স্বাস্থ্যবান ডেকা।

"কি—পঢ়িছ প্ৰদীপ"।—কিৰণে ধামালি কৰাৰ চলেৰে সোধে।

"পৰীক্ষালৈ এমাহ বাকী, নপঢ়িলে চলিবনে?"—প্ৰদীপে উত্তৰ দিয়ে।

"চিনেমা চাবলৈ যাওঁ ব'ল।"

"ননচেন্স।"

"কি হ'ল?"

"সিদিনালৈ পৰীক্ষা, এতিয়া চিনেমা চালে মানুহে পাগল নুবুলিব?"

"চিনেমা চালে পাগল হয়নে কি অ' পাগল?"—তাৰ কথাৰ ধাৰ অন্যফালে বদলি কৰিবলৈ বুলি কিৰণ বিছনাখনৰ ওপৰতে বহিল। গাৰু দুটা দুতৰপকৈ ভাঙি বিছনাৰ খুটা এটাত আঁউজি সি বহে। অৱস্থাটো প্ৰদীপৰ সহ্য নহল। আনৰ বিছনাত বহি শুই থকাটো ভদ্ৰতা নহয়—কেৱল ভদ্ৰতাৰ কথাই নহয় শিষ্টাচাৰৰ বিষয়ে চিন্তা কৰি চালেও ই তাৰ বাহিৰ। কিন্তু এইকণ কথা জানিবলৈ চেষ্টা কৰে কোনে? আনৰ জেপৰ পৰা

এজনে ৰুমাল এখন ঠাপ মাৰি লৈ যোৱাটো আমোদ বুলিয়েই ভাবে। ই আমোদ নে অশিষ্টাচাৰ? চাহৰ দোকানত পইচা নিদিয়াকৈ চাহকাপ খাই গুছি অহা কু-অভ্যাসটোৰ দৰেই চাহ খুৱাবলৈ এজনক টানি ধৰাটোও এবিধ চৰ্ম্মৰোগ; মানে অশিষ্টাচাৰ। প্ৰদীপৰ কাণ দুখন ৰঙা হৈ পৰিছিল।

"কি হ'ল, তোৰ দেখিছোঁ খং মাৰ যোৱাই নাই।"—কিৰণে সোধে।

"অলপ ভদ্ৰতা শিকিব লাগে।"

"অভদ্ৰৰ কাম কৰিলোঁনে কি?"

"গাৰু দুটা মোহাৰিছ কিয়, ফাটি নাযাব?"

"টি প্লেণ্টাৰৰ ল'ৰা। এটা গাৰু ফাটিলে জানো আৰু এটা লব নোৱাৰিবি?"

"তই বৰ অসভ্য। তহঁতৰ ইয়াত আৰু নাথাকিম।"

"কি, অসভ্য? আমি ফ্ৰেঙ্ক্‌লি কথা কওঁ বাবেই অসভ্য। বাৰু হৈছে দে। পিছে গেষ্ট ৰাখিব পাৰিবি জানো?"—কিৰণে প্ৰদীপৰ খং তুলিবলৈ যত্ন কৰিছিল।

"ধেৎ মিছামিছি কথাবোৰ কৈ নাথাকিবি। কাম নাই যদি ওলাই যা।"—প্ৰদীপে এক প্ৰকাৰ খং দেখুৱাই কয়।

"সঁচাই কৈছোঁ প্ৰদীপ। বাৰু একাপ চাহ খাই ল।"—

কিৰণে দুৰ্গাক চাহ দিবলৈ মাতে। দুৰ্গাই সোণকালে দুকাপ চাহ দি যায়। দুয়ো চাহ খালে। প্ৰদীপে অনিচ্ছাতো কিৰণৰ কথা শুনিবলৈ অপেক্ষা কৰিলে।

"শুন প্ৰদীপ। এগৰাকী মেট্ৰিক কেণ্ডিডেট। তই ৰাখিব লাগে। বেছ ভাল।"—কিৰণে হাঁহি হাঁহি কয়।

"তই পগলা হলিনে কি?"

"মই সঁচাই কৈছোঁ। মানে মেট্ৰিক দিবলৈ এজনী ছোৱালী আহিছে। আমাৰ গাৱঁৰে। ইয়াতে থাকিব।"

"পিছে তাকেনো ভালকৈ নকৰ কিয়?"

"তোৰো মনটো অলপ ভাল লাগিব বুলিহে ইয়াতে থাকিবলৈ দিলোঁ।"

"গৰু...।"—প্ৰদীপে খঙৰ থীন ভাব দেখুৱাই কয়।

"তোৰ লগত পৰিচয় কৰি দিম বাৰু"—ইয়াকে কৈ কিৰণে জেপৰ পৰা চিগাৰেট এটা উলিয়ালে। আৰু এটা চিগাৰেট প্ৰদীপলৈ বুলি তাৰ সমুখৰ টেবুলখনলৈ দলিয়াই দি নিজৰ চিগাৰেটটো হুপি সি যাবলৈ উঠিল।

"তই এতিয়া ক'লৈ যাবি কিৰণ?"—প্ৰদীপে কিৰণক সোধে। কিৰণে চিগাৰেটৰ ধোঁৱাখিনি উৰুৱাই দি কয়ঃ—বজাৰ কৰোঁগৈ। কিৰণ ওলাই যোৱাৰ পিছত প্ৰদীপে দুৱাৰখন বন্ধ কৰি কিতাপ মেলি ল'লে পঢ়িবলৈ। আবেলি হৈছিল। মনটো তাৰ ভাল নালাগিল। কিতাপ বন্ধ কৰি খিৰিকীখনদি ৰাস্তালৈ চাই পঠালে। ৰাস্তাত লানি নিছিগা মানুহ। গধূলি সময়ত সাধাৰণতে মানুহৰ সমাগম বেছি হয়। অসম লজৰ পৰা ৰাস্তালৈ চাই থাকি বেয়া নালাগে। লজৰ কাষৰ সৰু বাটটোৰেদি বুঢ়া এজনৰ লগত ছোৱালী এজনী সোমাই অহা প্ৰদীপে

দেখিছিল। ধুনীয়া ছোৱালীজনী। গাৰ কাপোৰবিলাক বেছ পৰিপাটিকৈ লৈছে। বেণীগোঁঠা চুলিখিনি বুকুৰেদি পাৰহৈ পৰিছিল। ধুনীয়া ছোৱালীজনীৰ কথালৈ প্ৰদীপৰ মনলৈ এটা উৎকণ্ঠা আহি পৰে। কিছু সময় সেই ছোৱালীজনীৰ কথাকে সি ভাবিছিল।

কিৰণ হোটেলৰ মালিক। কিৰণ আৰু প্ৰদীপৰ বন্ধুত্ব ক্ষণস্থায়ী নহয়। প্ৰদীপৰ পৰা যথেষ্ট সহায় নোপোৱা হ'লে কিৰণৰ অলপ দিনৰ ভিতৰতে মানুহ হব পৰা যোগ্যতা নাছিল। কিৰণৰ ঘৰ বিহগুৰীত। তেজপুৰ টাউনৰ পৰা সাত কি আঠ মাইল হ'ব। ঘৰৰ অৱস্থা আগতে বেয়া আছিল। বৰ ল'ৰা বাবেই ঘৰৰ সম্পুৰ্ণ বোজা লব লগা হৈছিল। অসম লজ চলাবৰ বাবে প্ৰদীপৰ দেউতাকৰ এহেজাৰ টকাৰ সহায় পাইছিল। এই টকাতে খোপনি লৈ কিৰণ মানুহ হ'ল। বৰ্ত্তমান অৱস্থা সুস্থ বুলিয়েই নিশ্চয় ক'ব পাৰি। টাউনতে এতিয়া মাটিও লৈছে। ঘৰুৱা জঞ্জালত পৰি ইণ্টাৰমিডিয়েট পাছ কৰিবলৈ নৌ পাওঁতেই কলেজ এৰিব লগা হয়। সেই বছৰতে তাৰ ইটো বিপদৰ পিছত সিটো বিপদ আহি পৰে। বিপদ অকলে নাহে। সেই বছৰতে দেউতাক মৰিল। তিনিজনী ভনীয়েকক বিয়া দিব লগা হৈছিল। কিৰণৰ মুখখন যেনে মৰম লগা ভিতৰখনো তেনে মৰম লগা। অসম লজৰ ওচৰতে ম'টৰ চিণ্ডিকেটৰ অফিচটো। হাই উৰুমি যথেষ্ট। উত্তৰ লক্ষীমপুৰৰ পৰা অহা সেহতীয়া বাছখন চাৰিমান বজাত আহি পালেহি। ম'টৰৰ হেণ্ডিমেনটোৰ

চুলিখিনি বগা হৈ আহিছিল ৰাস্তাৰ ধূলি লাগি। দিনটো তাৰ সংগ্ৰাম চলে হেণ্ডোলডালৰ লগত। হেণ্ডোল মাৰি মাৰি তাৰ নিশ্চয় বৰ ভাগৰ লাগে। কেতিয়াবা ম'টৰ ষ্টাৰ্ট নহলে তাৰ বৰ কষ্ট। ড্ৰাইভাৰে জোৰেৰে হেণ্ডোল মাৰিবলৈ কয়ঃ তাৰ ঘাম ওলাই যায়। ম'টৰৰ ইঞ্জিনটোৰ নিচিনাকৈ সিহঁতো চলে। আয়ৈ দেহি! বৰ কষ্ট। গধূলি হোৱাৰ লগে লগে প্ৰদীপ ফুৰিবলৈ ওলাই যায়।

ক'ল্ড পাৰ্ক।

ৰিব, ৰিব-ৰিব, বতাহে কোবাই গা, কঁপে চেলেং কুৰুটা। সৰ্, সৰ্-সৰ্, গছৰ বুঢ়াপাতত বতাহে তোলে সৰসৰণি। এটা দুটা বুঢ়া পাত গছৰ তলত সৰি পৰে। সৰাপাত। অনাদৰৰ সৰাপাত।

হালি-জালি-হালি-জালি, বতাহত চালি ধৰি লুইতৰ পাৰৰ কঁহুৱাফুল নাচে; কল্ড পাৰ্কৰ নতুন ফুলে নতুন বতৰা যাচে। জনে জনে আহে জনে জনে যায়, কল্ড পাৰ্কত উঠে জনতাৰ জনজননি। শিলত কটা ছবি বুৰঞ্জীৰ প্ৰতিধ্বনি—চিত্ৰলেখাৰ চিত্ৰকলা নহয় চকা-মকা, বোকোছা বোকোছে নিয়ে, থানে থানে দিয়ে, চেনেহে চেনেহে গঁথা হিয়াৰ গোপন কথা; লুইতৰ বুকুত পৰি বঙাল কটা, ৰংচোৱা-ৰংচোৱা ৰংঘৰৰ ৰঙৰ বাতৰি, খনিকৰে খানি খানি, তলে তলে সজা তলাতলি, বগাবগা বঙালৰ শতুৰু শলা মণিৰাম-পিয়লি। আজিও নতুন। স্বপ্ন নহয়, তন্দ্ৰা নহয়, নিজৰি নিজৰি কাপৰ পৰা ওলোৱা নহয়।

সঁচা। সত্য। এয়ে হায়, কল্ড পাৰ্কত সোমোৱা বাতৰি। অতীতৰ স্মৃতিসনা বতাহে বুকুত বেদনা সানে, আৰু হায়, কত কথা চেপেহি প্ৰাণত।

প্ৰদীপ…। ৰাস্তাৰ কাষে কাষে বিজুলী চাকিবোৰ জ্বলে। গছৰ পাতে পাতে বাগৰি অহা বতাহৰ ধীৰ কঁপনিৰ মিহি পৰশ বুলাই যায় গাৰ ওপৰে। সেমেকা শান্ত, আকুলতাৰ চৰম আকুতি। প্ৰদীপ ওলাই আহে পাৰ্কৰ পৰা। হেমবৰুৱা লাইব্ৰেৰীত মানুহে ভৰি আছে। বাৰাণ্ডাত চাইকেলবোৰ। সকলো মৌনতাৰে অধ্যয়ন ব্যস্ত। জোনাকী চিনেমা হলৰ ওপৰত লাইটৰ বহা পোহৰত ৰঙা ৰঙা আখৰেৰে জ্বলি থাকে…জোনাকী।

তেতিয়া প্ৰথম শ্ব' আৰম্ভ হৈছিল। ভিতৰত নিঃশব্দ।

## ॥ তিন ॥

এদিন দুদিন তিনি চাৰিদিন···।

নহয়।

আজি এঘাৰ দিন পাৰ হ'ল। মেট্ৰিক পৰীক্ষাবোৰ আজি শেষ হৈছে! সাত-আঠ শ পৰীক্ষাৰ্থী তেজপুৰ চেণ্টাৰত। এই কেইদিনত ভাল গৰম আৱহাওৱা এটাৰ আৰম্ভ হৈছিল তেজপুৰ নগৰখনত। বেছ ভাল লাগিছিল। কালিৰ পৰা হ'ব আকৌ নিজান-নিতাল পুৰণি তেজপুৰ নগৰখন। পুৰণি পাহাৰ পুৰণি নৈ, ব্ৰহ্মপুত্ৰৰ পাৰৰ পাহাৰ কেইটাত থকা কেকো সাঁপ কেইটাও পুৰণি। সিহঁতে কালিও মাতিছিল, আজিও মাতিছে, কালিলৈকো মাতিব। সিহঁতৰ মাতত আছে এটা জীৱনৰ আস্বাদ। ম'টৰ চিণ্ডিকেট অফিছটোত ঘণ্টা মাৰি থাকে—ম'টৰ আহে আৰু যায়। অকণমান জিৰণিৰ ঠাই ম'টৰবোৰৰ। ল'ৰা ছোৱালীবোৰো আজি যাবগৈ। ঝনঝনকৈ ৰঝন ঝনাই থকা নগৰখন আজি জঁয় পৰিব। আশা-নিৰাশা, আকুল-ব্যাকুল পৰীক্ষাৰ বিকুল নিতাল নিজান।

মৰমী···।

পাহিয়ে পাহিয়ে সোণ চৰোৱা, আন্ধাৰ ৰাতিত সৌন্দৰ্য্য বিলোৱা অকণ অকণ পোহৰৰ কণ-কণ জোনাকী পৰুৱা···।

প্ৰদীপৰ মনত পুনৰ জাগে মৰমীৰ ককাকে কোৱা কথা কেই

আবাৰ। কৰুণ অথচ আশাপ্ৰেৰণ। বিয়াল্লিছৰ আন্দোলনৰ তেৰোঁ বোলে আছিল এজন সৈন্য। পলিটিকেল্ চাফাৰাৰ। পুলিছৰ মাৰত বুকুৰ কামিহাড় ভাগিল। বহুদিনৰ পিছতহে বাৰু হৈছে। বুকুৰ বিষ এতিয়াও মাজে মাজে উকায়। টান কাম কৰিব নোৱাৰে। বগা বগা বঙালৰ আকাশে আকাশে উৰা আকাশী জাহাজ ভঙা কালেক্টিভ্ ফাইনৰ বাবদ জনমে জনমে জীৱন ঠনোৱা, জী থকাৰ আশাৰ সম্বল দুপুৰা মাটিও গ'ল। পলিটিকেল চাফাৰাৰ বুলি চৰকাৰৰ পৰা সহায় সহানুভূতি পাবৰ বাবে তেওঁ বহুবাৰ আবেদন নিবেদন কৰিছিল। চৰকাৰী ফাইলৰ ৰঙা ফিতাৰ তলত কতজনৰ কিমান সোমাই থাকে আকুল আকুতি আশাৰ নিজৰা। প্ৰদীপে তেওঁক আশা দিছে, আন নহলেও বাপেক এম-এল-এ যেতিয়া তেওঁৰ কথাটো বিবেচনা কৰাবই। বিবেচনা নহয় কিবা এটা নিশ্চয় কৰাব।

মৰমী কালিলৈ যাব। অসম লজ উকঙা হ'ব। এই এঘাৰ দিনৰ ভিতৰতে তাই ইমান সহজে আপোন হৈ পৰিছিল প্ৰদীপৰ। মৰমী যাব: প্ৰদীপৰ দুচকুত থাকিব অপূৰণ বাসনাৰ কৰুণ সংকেত। ইমান ধুনীয়া মৰমীজনী—বাঁহ পাতৰ নিচিনা চকুৰ চেলাউৰি যোৰ; নীলা দীপ্ত অক্ষিকোণত যৌন আকুলতা, শান্ত এখন মুখ। প্ৰশান্ত বুকুত আছে চেনেহৰ জোৱাৰৰ বিপুল সম্ভাৱনা। কমোৱা তুলাৰ দৰে কোমল, ৰঙা দুটা ওঁঠত চেপি ৰখা হাঁহিৰ কঁপনি। আভৰণৰ ভিতৰত লুকুৱাই ৰখা শৰীৰৰ প্ৰত্যেক অঙ্গতে যৌৱনৰ ঢল—দুপাৰ উপচি পৰা ভৰ বাৰিষা

লুইতৰ প্ৰশান্ত মূৰুতি। কপালত অলকাৰ অপৰূপ। চেনেহ বিয়পা প্ৰথম অৱলোকন, সেয়ে প্ৰণয়ৰ প্ৰথম বোধন। চেনেহে চুচৰি চুচৰি গৈ মৰমীক সাৱটি লয়, বুকুত তোলে নতুন পৰশৰ উন্মাদনা, চকুত সানে যৌন ব্যাকুলতা, প্ৰাণত বাজে কামনাৰ কলকলনি। বৰ আপোন, অতি আপোন মৰমী। হিয়াৰ আমঠুৰ লগত লাগি থকা আপোন। নতুন নহয় পুৰণি, পুৰণি নহয় নিতে নতুন।

"প্ৰদীপ দাদা"—মৰমী প্ৰদীপৰ ৰুমলৈ সোমাই আহি মাত লগালে। প্ৰদীপে শুই থকাৰ পৰাই মৰমীৰ মুখলৈ চালে। মৌন নিমাত নিতাল। চঞ্চল নহয় ধীৰ, শান্তৰ অভিব্যক্তি। মুখ ফালি আহিব নোৱাৰা অস্পষ্ট গুঞ্জৰণ।

"আপুনি এতিয়াও শুইয়েই আছে দাদা?"—মৰমীয়ে সোধে।

"উঠিম বুলি ভাবিছিলোঁৱেই মৰমী। তুমি বহাঁচোন, মই হাত মুখ ধুই আহোঁ।"—প্ৰদীপ উঠি যায় বাহিৰলৈ। দুকাপ চাহ ওপৰত দি আহিবলৈ চাহৰ দোকানী ল'ৰাটোক প্ৰদীপে ইঙ্গিত দিলে। মুখ হাত ধুই প্ৰদীপ পুনৰ সোমাই যায় তাৰ ৰুমলৈ। ৰুম সোমোৱাৰ লগে লগে তাৰ চকুত পৰে তাৰ টেবুলখন আৰু বিছনাখন। পৰিপাটিকৈ সজাই ৰাখিছিল এই কেই মিনিটতে মৰমীয়ে।

"তোমাকনো এইবোৰ কৰিবলৈ কোনে ক'লে?"—অলপ খং দেখুৱাই প্ৰদীপে মৰমীক কয়।

"কিনো হ'ল বাৰু ? আপোনাৰতো একো হানি হোৱা নাই।"

"ইমান কষ্টনো কৰিছা কিয়।"

"কম কষ্টখন হ'লনে ; আপোনালোকৰ নিচিনাকৈ আমি সুকোমল নহয়।"

"বাৰু হৈছে এতিয়া লেক্‌ছাৰ দিব নালাগে।"—ইতিমধ্যে দুকাপ চাহ দি যায়।

"চাহ খোৱা মৰমী"।—চাহৰ কাপ এটা প্ৰদীপে মৰমীলৈ আগবঢ়াই দিয়ে।

"মই আপোনাৰ ইয়াত চাহ খাই আমনি কৰিবলৈ অহা নাই। আপুনি খাওক। মই নাখাওঁ"।

প্ৰদীপে চাহৰ কাপটো হাতত লৈ মৰমীৰ মুখত লগাই দিয়ে। মৰমীয়ে এমোকোৰা হাঁহিৰে প্ৰদীপৰ হাতৰ পৰা চাহৰ কাপটো নিজৰ হাতত তুলি লয়। চাহ খোৱাৰ শেষত মৰমীয়ে আমন-জিমন কৰি প্ৰদীপৰ বিছনাত বহি ক'লে : "কালিলৈ আমি যাম গৈ দাদা। এই কেইদিন বহুত আমনি দিলোঁ। আপোনাৰ নিচিনা লোক এজনক এইদৰে হঠাতে লগ পোৱাটো কম সৌভাগ্যৰ কথা নহয়। নাপাহৰিব দেই দাদা…।"—মৰমীয়ে অনুৰোধৰ সুৰত প্ৰদীপক কয়। প্ৰদীপে চকীখনত বহি মৰমীৰ কথাখিনি শুনিছিল। মৰমীয়ে হঠাতে কান্দি পেলালে। "ইমান সহজতে কান্দিব জানা মৰমী ?"—মৰমীৰ হাত দুখনত ধৰি প্ৰদীপে কয় : "মৰমী, সহজতে আমাৰ পৰিচয় হোৱাৰ সৌভাগ্য

মিলিছিল, কিন্তু আমাৰ পৰিচয় বহুদিনৰ, এটা জন্মৰ আগৰ পৰাই আমাৰ পৰিচয় আছে, চেনেহ আছে, মৰম আছে। নহলেনো কিয় ইমান আপোন যেন লাগিব বাৰু" ।—মৰমীৰ মুখখন উজ্জ্বল হৈ পৰে। চকুত জাগে এটা অস্পষ্ট আশা।

"আপুনি আমাৰ ঘৰলৈ যাব লাগিব দাদা। পাহৰিলে কিন্তু নহব।

কিৰণ দাদাহঁতৰ ঘৰৰ ওচৰতে আমাৰ ঘৰ। কওঁক যাবনে নাযায় ?"

"যাম—।"

"যাব, এসপ্তাহৰ পিছতে যাব লাগিব। অ'—নালাগে। আপোনাৰ পৰীক্ষা শেষ হলেই যাব লাগিব। আপোনাৰ পৰীক্ষা কেতিয়া শেষ হ'ব মই দিন লেখি থাকিম। আজি অলপমান ফুৰিবলৈ যাওঁ ব'লক দাদা। মই অথনিয়েই ককাদেউতাক কৈ থৈছোঁ। তেখেত বুঢ়া মানুহ। অলপ পৰিশ্ৰম কৰিলেই ভাগৰ লাগে,"—মৰমীয়ে প্ৰদীপক কয়। টেবুলৰ ওপৰত থকা হাত-ঘড়ীটো প্ৰদীপক মৰমীয়ে দেখুৱায়। চাৰি বাজিবৰে হ'ল।

"বাৰু ক'তনো ফুৰিবা ?"—প্ৰদীপে মৰমীক সোধে।

"তেজপুৰ নগৰত ফুৰিবলৈ ঠাই নোহোৱা হ'লনে ? বাণ ৰজাৰ ৰাজ্য—অগ্নিগড়, উষা আৰু কোঁৱৰৰ মিলনপুৰী।"

"পিছে উষা আৰু কোঁৱৰৰ মিলনপুৰীত মিলনৰ কিবা আশা আছে জানো ?"—প্ৰদীপে কথাষাৰ কৈ হাঁহে। মৰমীয়েও তলমূৰ কৰি হাঁহিলে।

"বাৰু ওলাই আহাঁগৈ।"—মৰমী ওলাই যায়, প্রদীপেও চোলা কাপোৰ পিন্ধি যাবলৈ প্রস্তুত হয়। মৰমীয়ে কাপোৰ পিন্ধি সাউত্ত কৰে ওলাই আহিল। দুয়ো অগ্নিগড় পাহাৰৰ ফালে খোজ ল'লে। অগ্নিগড় পাহাৰলৈ দুয়ো উঠে। পাহাৰৰ ওপৰলৈ উঠি মৰমী ভাগৰি পৰিছিল। মৰমীৰ মুখখন ৰঙা হৈ উঠিছিল। ওখ অগ্নিগড়। কাষেদি বাগৰি গৈছে ব্রহ্মপুত্র। দোজোপা নে তিনি জোপা আম, এজোপা নে দোজোপা পনিয়ল—আৰু কাষে কাষে কেইজোপামান আন আন গছ আছে অগ্নিগড়ত। গছত থোপা থোপে লাগি আছে অগ্নিগড়ৰ অতীত কাহিনী।

"ইয়াতেই উষা আছিল নহয়নে দাদা ?"—মৰমীয়ে সোধে।

"উঁ—"।—প্রদীপৰ প্রত্যুত্তৰ।

"পাহাৰৰ ওপৰলৈ তুমি আজিহে উঠিছা নহয়নে ? ভাগৰো লাগিছে নহয়নে ? আহাঁ ইয়াতে অলপ বহোঁ।"

আগত বিশাল ব্রহ্মপুত্রখন লৈ পাহাৰৰ ওপৰৰ হেলনীয়া ঠাইত সেউজীয়া ঘাঁহনিডৰাৰ ওপৰতে বহিল! নৈৰ ওপৰত দুটা এটা চৰাইয়ে মাছ ধৰিবলৈ আহি উৰি ফুৰিছিল। ব্রহ্মপুত্রৰ বুকুত সাঁতুৰি-নাদুৰি থকা শিহু কেইটাৰ আনন্দ উছব। এবাৰ ওলায় এবাৰ সোমায়। অগ্নিগড়ৰ গাতে লাগি থকা সৰু ডোবা টোৰ কাষত থাপদি খপি থকা মাছৰ আশাত, কনামুছৰিটো তেতিয়াও যোৱা নাই। কিছু সময়ৰ পিছত সিয়ো উৰা মাৰে। অগ্নিগড়ৰ ওপৰত মাদকতা সনা জুৰ বতাহ, গছৰ পাতত ধীৰ ধীৰ কঁপনি।

"ইয়াত থাকিবলৈ বৰ ভাল লাগে নহয়নে দাদা ?"—মৰমীৰ প্ৰশ্ন।

"নহলেনো অনিৰুদ্ধ কোঁৱৰে ইমান দূৰ বাটফুৰি বাই ইয়ালৈ আহেনে।"—প্ৰদীপৰ সমিধান।

"উষা কিমান ধুনীয়া আছিল দাদা ?"

"তোমাৰ নিচিনা।"

"ইস্।"—মৰমীয়ে ওঁঠ দুটো বেঁকা কৰি মুখত এসোপা অভিমান লৈ কয়। বহু সময় নীৰব। তন্ময়।···প্ৰদীপে বহু সময় হেঁপাহেৰে চাই আছিল মৰমীৰ মৰমসনা মুখখনলৈ, পুতৌ জন্মা চকু দুটালৈ। কণ্ঠ ভেদি ওলাই আহে কণ্ঠ স্বৰ। ভাব আছে ভাষা নাই, সাহ নাই আছে ভঙ্গি, আকুল দৃষ্টিত আছে এটা বিৰাট হেঁপাহ।

"মৰমী···।"—প্ৰদীপে ধীৰ অথচ চঞ্চলভাৱে মাতে। মৰমী কৰুণ অথচ দীপ্ত ; চঞ্চল তথাপি প্ৰশান্তভাৱে প্ৰদীপৰ মুখলৈ চায়।

"মৰমী। তৰাবছা নীলা আকাশখন বৰ ভাল লাগে। কিন্তু পাব নোৱাৰি, আশা নাই। আকাশৰ সিফালে আছে বিৰাট শূন্য মাৰ্গ।"—প্ৰদীপে মৰমীৰ হাতখন তাৰ হাতৰ মাজত ৰাখি কৈ যায়। দূববি বনৰ পাতৰ আগত কাজিৰ কুঁৱলী সনা কোনোবা পুৰাত লাগি থকা নিয়ঁৰৰ টোপালবোৰে বন জোপাক হোঁৱলাই ৰখাৰ দৰে মৰমীৰ চকুৰ কোণেদি নিজৰি নিজৰি ওলাই অহা বিষাদৰ নীলকণ্ঠৰে ভৰা চকুলোখিনিয়ে

টোপাটোপে টোপাল বান্ধি চকুৰ নোমৰ আগত ওলমি পৰে। চকুত নিৰাশ, মুখত অপূৰ্ণতাৰ প্ৰতিচ্ছবি। মৰমীৰ প্ৰাণটো অবশ হৈ পৰে।

মৰমী…।

মৰমীয়ে তেতিয়াও প্ৰদীপৰ মুখলৈ চাই আছিল হেঁপাহৰ এযুৰি নয়নেৰে।

"সপোন নাভাগে মৰমী, ইয়াৰ পিছত আহিব সপোনৰ সংশ্লিষ্ট বাস্তৱ।" আশাৰ সঞ্জীৱনী। প্ৰদীপৰ কথাষাৰত মৰমীৰ গোটেই শৰীৰ ৰঝন ঝনাই গ'ল।

"ঋঁবিষাৰ ঢল আহে আৰু যায়, কিছুদিনৰ পিছত বোকা খিনিও শুকাই যায়, ৰ'দৰ উত্তাপত কৰকৰীয়া মাৰে"—মৰমীয়ে কয়। "কিন্তু পলস যেতিয়া পৰে, শুকাই খীণাই মৰো মৰোকৈ মৰিবলৈ ধৰা পৃথিবীৰ ঘাঁহনি বননিবোৰ পুনৰ গজি উঠে, শুকান পৃথিবীত ৰস ধৰে, গোটেইখন সুশ্যামল হৈ পৰে।"

"ৰসে ভৰপূৰ শ্যামল পৃথিবীক সাগৰে বুকুত সুমুৱাই লবলৈ কিমান পৰ লাগে? সাগৰৰ চল্লিছ মুখৰ যেতিয়া গৰ্জ্জন উঠিব তেতিয়া সেই গৰজনিত পৃথিবী চপৰা চপৰে খহি যাব। মাথাউৰি বান্ধিবলৈ ওলাব জানো সুদক্ষ ইঞ্জিনিয়াৰ?"…

"নিশ্চয় ওলাব মৰমী…।"

ডাবৰৰ আঁৰত বেলি সোমাই পৰে। পশ্চিম আকাশৰ চুচপৰা মেঘ সোণালী হৈ উঠিছিল। ভুয়ো নামি যায় অগ্নিগড় পাহাৰৰ পৰা। হাতত ধৰি মৰমীক নমাই নিয়ে তললৈ প্ৰদীপে।

ইমান, মিহি, ইমান কোমল মৰমীৰ হাত ছুখন; তাৰ বুকুত যেন মৰমীৰ হাত ছুখন চিৰদিন লগাই ৰাখিব—অগ্নিগড়ৰ পৰা নামি আহোঁতে প্ৰদীপে ভাবে। বাটত আহোঁতে প্ৰদীপে ভাবে চিন্তে কিয় সি মৰমীক ভাল পায়। কিমান ভাল পায়…। খুউব ভাল পায়…চেনেহে চেনেহক সাঙোৰা; চেনেহৰ টান অভেদ্য কৱচ। শ্মশানৰ চিতাত সাত ৰবণীয়া অগ্নিশিখাৰ মাজত চেতনা হীন দেহাৰ ভস্মাক্ষয়ৰ আগ মুহূৰ্ত্ততো প্ৰাণত জাগে ভাল পোৱাৰ মাধুৰ্য্য; দেহা পুৰি পুৰি অন্ত হলেও অন্ত নহয় চেনেহৰ নিজৰা। সাত দিন সাত ৰাতি চকুৰ আগত লৈ চাই থাকিলেও যেন তাৰ তৃপ্তিৰ পূৰ্ণতা নহয়, স্পৃহাৰ অন্ত নহয়। ওঁঠে ওঁঠে বৈ যোৱা হাঁহিৰ কঁপনি, বহল নিতম্বত সৌন্দৰ্য্যৰ জোকাৰণি…। মৰমী ইমান মৰমৰ। স্পষ্টকৈ ক'বলৈ বিচাৰে ভাল পোৱাৰ এটি বতৰা, বুকুত হাত দিয়াই অনুভৱ কৰাবলৈ বিচাৰে তাত উঠিছে কিহৰ কঁপনি…কিন্তু নোৱাৰে। ৰুদ্ধ হয় তাৰ কণ্ঠৰ দুৱাৰ—আহে দ্বিধা, প্ৰাণত জাগে ভয়, ওঁঠত উঠে প্ৰদীপৰ পুহৰ ঠেঁটুৱাসনা কঁপনি।

পিছদিনা।

মৰমী আজি ঘৰলৈ যাব। পুৱা আঠ বাজিছে। চিণ্ডিকেট অফিছৰ সম্মুখত থিয় হৈ আছে সুদূৰ উত্তৰ লক্ষ্মীমপুৰলৈ যাবলৈ সাজু হৈ থকা নিজৰা বাছ। আনন্দত আত্মহৰা নিজৰা। বহুদূৰ বহুবোজা কঢ়িয়াই ভাগৰি গ'লেও নাই আজি দুখ। চেনেহৰ দেশলৈ যাব, চেনেহৰ ঘৰত সোমাব, আপোনজনে চেনেহেৰে

আদৰিব সাদৰিব ; আপোনজনৰ পাব এবাৰ মাত, চেনেহৰ হাতৰ বুলনি। হায় নিজৰা···।

"দাদা—।"—মৰমী প্ৰদীপৰ কমলৈ সোমাই যায়। চকুত নামিছিল তাইৰ দোটোপাল, তিনি টোপাল—নহয় কেবা টোপাল চকুলো। "যাওঁ দাদা। ককাদেউতা ম'টৰত বহি আছেগৈ। আপুনি যাব···।" মৰমী যাবলৈ ওলাল। করুণ কাতৰ। লোতকে লো বৈ অহা এযুৰি কান্তিহীন নয়ন। বিজয়া দশমী। নামৰ অন্তত থাপনা লৰাই ভগবানৰ বিসৰ্জ্জন। নহয়, আবাহন। প্ৰণয়ৰ থাপনা, চেনেহৰ অৰ্পণা, মৰমৰ ঝৰণা—ত্ৰিবেণী সঙ্গম। নিজৰা বাছৰ হৰ্ণটো বাজি উঠে। এবাৰ-দুবাৰ কেবাবাৰো। মৰমী আৰু প্ৰদীপ নামি আহে হোটেলৰ তললৈ।

ম'টৰৰ হেণ্ডিমেনটোৱে চেকেণ্ড ক্লাছৰ দুৱাৰখন বন্ধ কৰি দিয়ে জোৰেৰে। নিজৰাৰ গোটেই গা জোকাৰ খাই উঠে।

হৰ্ণটো আকৌ বাজিল অলপ দীঘলীয়া কৈ। নিজৰা আগ বাঢ়িল। মৰমীয়ে খিৰিকীয়েদি মূৰটো উলিয়াই প্ৰদীপলৈ চালে। তেতিয়া প্ৰদীপৰ চকুত চকুলো নামিছিল।

## ॥ চাৰ ॥

এসপ্তাহৰ ভিতৰতে প্ৰদীপৰ মন-প্ৰাণ কাঢ়ি নিলে অচিনাকী এজনী ছোৱালী মৰমীয়ে। নাৰীৰ শক্তি আচৰিত। প্ৰদীপৰ সাধনা, কামনা-বাসনা মাথোঁ মৰমীৰ বুকুত সোমাই ৰ'ল। গধূলি সময়ত তাৰ মনটো বৰ কেনেবা কেনেবা লাগিছিল। প্ৰদীপ ফুৰিবলৈ বুলি ওলাই যায়। চিনেমা হলৰ সম্মুখত জুম জুম ডেকা ল'ৰা। হাঁহি, খিকিন্দালি। ইহঁতৰ জানো কাম নাই?... পঢ়া-শুনা? এৰা! চিনাকি মুখৰ দৰ্শনৰ প্ৰতীক্ষা; চোতালৰ আগত ওলাই থাকি ৰাস্তাইদি যোৱা ডেকাহঁতক চাওঁনে নেচাওঁ কৈ চোৱা, ডেকাৰ চকুৰ টিপনিত হাঁহোনে নেহাঁহোকৈ ওঁঠ চেপি হঁহা ছোৱালীহঁতৰ আশাৰ দৰেই আশা ডেকাৰো। পৰাপৰে বিচাৰে অপাঙ্গ দৃষ্টিৰ প্ৰাণৰ আকৰ্ষণ। প্ৰদীপে ফুৰি আহি নিজৰ কমৰ চকীখনত বহিছে মাত্ৰ। কিৰণে বজাৰৰ পৰা ঘূৰি আহি পোনে পোনে প্ৰদীপৰ কমলৈকে সোমাই আহিল।

...তোৰ অৱস্থা বুজিয়েই মই তোক দু-আষাৰ ক'বলৈ আহিছোঁ। তই নিশ্চয় ভুল কৰিছ।—কিৰণে চকীখনত বহিয়েই তাকে প্ৰথমে প্ৰদীপক ক'লে। কিছু সময়ৰ পিছত প্ৰদীপে উত্তৰ দিলে—

...ভুল যদিও কৰিলোঁ আগতেই কৰিলোঁ, এতিয়া নহয়। ছুৰাবৰ হুকডাল কিৰণে লগাই দি ভালকৈ বহি ল'লে।

…বহুত কথা প্ৰদীপ। সেইবোৰ শুনিলে তই হয়তো নিজে সংশোধিত হবি। সেই কাৰণেই কিছুমান গোপন কথা তোক ক'ম বুলি ভাবিছোঁ।—কিৰণৰ কথা শুনি প্ৰদীপৰ বুকুত উৎকণ্ঠা জন্মে, কিৰণৰ মুখলৈ সি চাই থাকিল।

…প্ৰেমত নপৰা ভাল; কিন্তু পিছত যেতিয়া সুন্দৰী সপোনৰ মোহাচ্ছন্নত যৌৱনৰ তৰল গতিত সপোনৰ ধুনীয়া ৰাজ্য এখনত সোমাই আজিৰ প্ৰেমিকাই পাহৰে সকলো, মন-প্ৰাণ অৰ্পণ কৰি যেতিয়া এজনী ছোৱালীয়ে এজনক এৰি আন এজনক গ্ৰহণ কৰে সেই প্ৰেমৰ জানো মূল্য আছে? এনে ঘটনা সমাজত ঘটিবই লাগিছে কিন্তু ইয়াৰ সমাধান জানো কোনোবাই কৰিব বিচাৰিছে। নাই বিচৰা। সূক্ষ্ম অনুভূতিৰ আৱশ্যক প্ৰদীপ। ধৰ মোৰ এজনী ভনী আছে। তোক ভাল পায়, তয়ো ভাল পাৱ। কিন্তু তোৰ অৱস্থা বেয়া। মই তোলৈ তাইক বিয়া দিবলৈ নিবিচাৰোঁ, তইঁতৰ ভাল পোৱাক মোহাৰি বিয়া দিবলৈ বিচাৰিম এজন হাকিমলৈ। কিন্তু ছোৱালীজনীৰ মানসিক সুখ শান্তিলৈ চকু নাৰাখি আমি চকু দিওঁ বাহ্যিকতালৈ। এজনে এজনক ভাল পালে দুয়োৰে ভিতৰত বিয়া হবলৈ দিয়া বিজ্ঞৰ কাম। ভাল পোৱা দুবিধ। এবিধ চঞ্চল আৰু আন বিধ গভীৰ। চঞ্চল প্ৰেম চঞ্চল অৱস্থাৰ মাজতে উৎপত্তি হয়। ইয়াৰ ফল অশুভ। এজনে যেতিয়া এজনক নীৰৱে ভাল পায়—ই অতি মধুৰ, পৱিত্ৰ। চিৰঞ্জীৱী। কিন্তু এই দুজনৰ মিলনত যেতিয়া বাধা পৰে তেতিয়া হিয়া আৰু হিয়া হৈ নাথাকে।

…তোৰ কথাৰ অৰ্থ ধৰিবলৈ টান কিৰণ। মই খুউব সহজ আৰু সৰলভাৱে বুজু শ্বেক্সপিয়েৰৰ এষাৰ কথা :

Love looks not with the eye but with the mind.

দুয়োৰে ভিতৰত বহুত কথা আলোচনা হ'ল। কিন্তু ভূমিকা অন্তৰণত মৰমীৰ সমন্ধে কিৰণৰ পৰা যি কথা শুনাৰ আশা কৰিছিল প্ৰদীপে সেই কথা কিৰণে নকলে। কিৰণে ক'বলৈ আহিও বহু কথাকে লুকুৱাই ৰাখিলে, কিয় ? এনেতে ল'ৰা এটাই চাহ দি যায়। দুয়ো চাহ খালে। পেচেঞ্জাৰ বহুত হোটেলত থাকিবলৈ অহাৰ বাতৰি পাই কিৰণ লৰালৰিকৈ প্ৰদীপৰ ওচৰৰ পৰা উঠি গ'ল। এঘণ্টামানৰ পিছত কিৰণ আকৌ সোমাই আহিল প্ৰদীপৰ ৰুমলৈ। আধা কোৱা কথাখিনি আকৌ ক'বলৈ আৰম্ভ কৰিলে। প্ৰদীপে অতি আগ্ৰহেৰে শুনিলে কিৰণৰ কথাবোৰ।

—মৰমী বামুণৰ ছোৱালী…।

—বামুণৰ ছোৱালী ?…প্ৰদীপ বৰ আচৰিত হৈ যায়।

—ইমানতে আচৰিত নহবি ; শুন। মৰমীৰ জন্ম কলুষেৰে ভৰা। কিৰণৰ অসংযত কথাত প্ৰদীপৰ বুকুখন সঘনে কঁপিব ধৰিলে। সি যেন বৰ অপ্ৰস্তুত হৈ পৰিল কিৰণৰ কথা শুনিবলৈ। কিৰণৰ কথাবোৰ শুনি শেষ কৰিলে সি হয়তো হাৰ্টফেইল কৰিব। শুনিবলৈ প্ৰবল ইচ্ছা আছে কিন্তু শুনিবৰো সাহ নাই।

—তই দেখিছোঁ নাৰ্ভাস হ'বি। আৰু শুনিব নালাগে।

পিছত শুনিবি।··কিৰণ ওলাই গ'ল। প্ৰদীপে বিছনাত বহি মৰমীৰ কথাকে ভাবিলে বহুপৰলৈ। তীৰ্য্যক গতিৰে গৈ তাৰ মনটোৱে চাই আহেগৈ মৰমীক, সুবাসেৰে ভৰা বসন্তৰ এপাহি ফুল, স্নিগ্ধ-মনোমোহা সৰগৰ পাৰিজাত, ভাবি ভাবি প্ৰদীপৰ মূৰ টো গৰম হৈ গৈছিল। প্ৰদীপ তললৈ নামি আহে। এখোজ দোখোজকৈ গৈ গৈ ব্ৰহ্মপুত্ৰৰ পাৰত উপস্থিত হ'লগৈ।

গণেশ ঘাট।

জনতাৰ সিদ্ধিদাতা গণপতি গণেশ। এখন শিলৰ মূৰ্ত্তি; মূৰ্ত্তিমন্ত। এচপৰা শিলৰ ওপৰত বহি ব্ৰহ্মপুত্ৰৰ গভীৰ বুকুলৈ চাই থাকে প্ৰদীপ বহুপৰলৈ। ওপৰত জোনৰ স্নিগ্ধ পোহৰ, তলত ব্ৰহ্মপুত্ৰৰ বিশাল বাৰিধাৰা। দূৰত কোনোবাই হাতত জোৰ লৈ মাছ কাটিছে। মানুহৰ প্ৰবল বাসনাত প্ৰাণী জগতত কম্পন উঠিছে। শাল মাছ এটাই নিৰ্ভয় মনেৰে পাৰৰ বালিবোৰ কামুৰি কামুৰি আনন্দত সাঁতুৰিছে। ব্ৰহ্মপুত্ৰ বৈছে, নাই বিৰাম। তুচকুত মহাসিন্ধুৰ তুচামোচ নীলাপানীৰ সপোন।

* * *

প্ৰদীপৰ পৰীক্ষা হৈ যায়। মৰমীহতঁৰ ঘৰলৈ যোৱাৰ কথা সি কিৰণৰ আগত ক'লে। কিৰণে বাধা দিবলৈ বৰ ইচ্ছা নকৰিলে। মৰমী বেশ্যাৰ ছোৱালী···। বেশ্যা। মৰমীৰ মাক বেশ্যা। আৰু মৰমী? নহয় মৰমী পৱিত্ৰ, কেঁচা সোণৰ দৰে তাইৰ চৰিত্ৰ উজ্জ্বল।

## ॥ পাঁচ ॥

বিচগুৰি বৰ উন্নতিশীল গাওঁ। প্ৰায় সকলোবিলাকৰে অৱস্থা ভাল। শিক্ষাৰ কাৰণেও খাউতি জাগিছে। প্ৰদীপ বিচগুৰি পালেগৈ। কিৰণৰ ঘৰত তিনিদিন থাকিল। প্ৰদীপৰ লগত কিৰণো গৈছিল। প্ৰদীপক থৈ পিছদিনাই কিৰণ ঘূৰিল তেজ-পুৰলৈ। প্ৰদীপ অকলে থাকিল। গাৱঁৰ সিটো মূৰত মধুশৰ্ম্মাৰ ঘৰ। মধু মৰমীৰ ককাক। ঘৰৰ অৱস্থা ভাল নহয়। দু-বেলা দু-সাজ খোৱাৰ নাটনিৰ বিষয়ে ঘৰখনত সোমোৱাৰ লগে লগেই ক'ব পাৰি।

গাৱঁতে হাইস্কুলখন থকাৰ কাৰণে মৰমীয়ে ইমানখিনিলৈকে পঢ়িব পাৰিলে। হওক, দুটা এটা আখৰ চিনি নাপালে, ইংৰাজী স্কুলৰ এশ্ৰেণী দুশ্ৰেণী নপঢ়িলে ছোৱালী বিয়া দিয়া টান। আগৰ ভাওনাৰ বচনখন মাতিব পৰা, মাটিৰ পট্টাখন পঢ়িব পৰা শিক্ষাই আজিৰ দিনত একো কামত নাহে। আগতে ছোৱালীয়ে কাপোৰ বোৱা, সুতাকটা আৰু ঘৰ চলোৱাৰ যোগ্যতা নাথাকিলে দৰা পোৱা যেনে টান আছিল আজিৰ দিনতো ইংৰাজী স্কুলত নপঢ়িলে বিয়া দিয়াৰ সমস্যা যে টান তাক দুই কৰিব নোৱাৰি।

আইকণ···।

আইকণ মৰমীৰ মাক। বাৰ বছৰৰ আগতে মৰিছে। ছোৱালী কালত আইকণ বৰ ধুনীয়া আছিল। গালে মুখে ফুটি যাওঁ ফাটি যাওঁ। মধুশৰ্ম্মাই দৰা বিচাৰি হাবাথুৰি খালে।

আইকণৰ উঢ়ন কাল হোৱা দুবছৰ হ'ল। বিয়া দিব পৰা নাই বামুণৰ ছোৱালী। মাক-বাপেকৰ মনত চিন্তা লাগিল। বহু দিনৰ পিছত বিয়াৰ আয়োজন হ'ল। ডেকাৰ গাৰঁত ল'ৰা পালে। কিন্তু দুৰ্ভাগ্য! বিয়াৰ এমাহৰ পিছতে আইকণৰ গিৰীয়েক মৰিল। আইকণে পতিৰ মুখ নেদেখিলে। বাসনাৰ আকুল আহ্বান মষিমূৰ হ'ল। খবৰটো পোৱাৰ পিছতে আইকণৰ মাকে জীয়েকৰ কপালৰ সেন্দুৰৰ ফোঁট মোহাৰি দিলে। চকুৰ পানীৰে আইকণৰ চকু উথহিল। সন্ধীয়া তৰা-বছা আকাশখনলৈ চাই চাই আইকণে চকুলো টোকে। জীৱনৰ আশা-আকাঙ্খা মাটিৰ বুকুত মিলি পৰিল। কপালৰ সেন্দুৰৰ ফোঁটটো যোৱাৰ লগে লগে যেন আইকণৰ জীৱনটো ওলাই গ'ল। প্ৰাণহীন এটা শৰীৰ। শীতৰ পুৰা চোতালৰ আগৰ দূবৰি বনৰ আগত নিয়ঁৰৰ টোপাল-বিলাকে মানুহৰ গছক খাই হঠাতে সৰি পৰি নষ্ট হোৱাৰ দৰেই আইকণৰ সোণালী বাসনাৰ মষিমূৰ হৈ গ'ল।

আগুৰি থকা বিৰাট শূন্যতাৰ মাজত আইকণ সোমাই পৰে। মৃত্যুৰ প্ৰতীক্ষা; নহলেনো আইকণে পৃথিবীত জীয়াই থাকি কি কৰিব। আইকণে নেদেখিলে পতিৰ মুখ, নাপালে লভিবলৈ নাৰীৰ চৰম বাসনা; নাপালে স্বামীৰ আগত ক'বলৈ এষাৰ কথা, তন্দ্ৰাত গঁথা মিলনৰ সুখৰ সপোন, সাঁচি সাঁচি থোৱা সাঁচতীয়া কত কথা, সকলো মাত্ৰ এটা পলকতে দূৰ হ'ল। এৰা! অৰ্থহীন সপোন আইকণৰ জীৱনটো।

"আইকণ, তোৰ কপাল আই।"

মাকে জীয়েকৰ গালে মুখে হাত ফুৰাই সান্ত্বনা দিয়ে। আইকণে কন্দা নাছিল তেতিয়াও। চকুলো বাগৰি আহি আহি ব্লাউজটো তিতি গৈছিল। আইকণে দুৰণিলৈ চাই আছিল, বিৰাট শূন্য মাৰ্গৰ সিপাৰে কি আছে তাৰেই অনুসন্ধানত। তাই ভিতৰলৈ সোমাই যায়। বিয়াৰ পিছতে গিৰীয়েকে দিয়া এখন মাত্ৰ চিঠি; তাকে বাকছৰ পৰা উলিয়াই তাই পঢ়িলে—এবাৰ-দুবাৰ নহয়, কেবাবাৰো। চিঠিখনৰ মাজত তাই সজীৱতা অনুভৱ কৰিলে। প্ৰাণৰ আকুলতা বিজড়িত আখৰবোৰৰ মাজত আইকণে জীৱনৰ সকলো হেঁপাহ এৰি দি ক্ষন্তেকৰ তৃপ্তিত আত্মহৰা হয়; তৃপ্তি—, কিহৰ তৃপ্তি, পোৱাৰ নে নোপোৱাৰ, আশাৰ নে নিৰাশাৰ: দাম্পত্যস্নেহেৰে ধুৱাই দিয়া, নিজৰি নিজৰি ওলোৱা মৰমৰ নিজৰা, চেনেহৰ অবিৰাম প্ৰস্ৰৱণ প্ৰণয়ৰ অৱগাহন। নিষ্প্ৰাণ অক্ষৰ, নাই তাত চেতনাৰ ইঙ্গিত। চিঠিখনত চুমা দিলে আইকণে, বুকুৰ মাজত সাৱটি ধৰিলে। দুপাৰ ভাঙ্গি অহা বাৰিষাৰ ঢল, গভীৰ শোকত আইকণে কান্দিলে। কিমান সময় পাৰ হ'ল তাই নাজানে, অৱশেষত তাই যেতিয়া দুৰ্ব্বল হৈ পৰিছিল তেতিয়া দেখে মাক তাইৰ ওচৰত বহি নিচুকাইছে। বেদৰ বিধান মানি ল'ব লাগিব। বেদৰ কোপ দৃষ্টি ব্ৰাহ্মণ নাৰী সমাজৰ ওপৰত; কিন্তু পুৰুষ! পুৰুষে পাৰে নিতে নতুনৰ আস্বাদ ল'ব, যৌন নিকুঞ্জ বনত কুঞ্জে কুঞ্জে পৰি পুৰুষে গুঞ্জৰে, হালিজালি হালিজালি বসন্ত বতাহত ছালি ধৰি চুপি চুপি যায় নতুন ফুলৰ চুপহি, তৃপ্তি সাধনত বিয়াকুল মন্মথ প্ৰাণৰ হাহাকাৰ।

কিন্তু নাৰী! ৰক্ষণশীল সমাজৰ তীব্ৰ দৃষ্টিত অন্তৰৰ শত বুভুক্ষা গুমৰি গুমৰি অন্তৰতে আকৌ মাৰ যায়।

ৰাতি সপোনত মৰিশালিৰ পৰা ওলাই আহে আইকণৰ গিৰীয়েক। বৈবাহিক জীৱনৰ প্ৰথম ৰাতি···।

"আইকণ···"—গিৰীয়েকে মাতে। চকুদুটা ডাঙি আইকণে চায়, ধীৰে ধীৰে ওঁঠ দুটা কঁপাই আইকণে হাঁহো নেহাঁহো কৰি হাঁহি লাজতে তলমূৰ কৰে। কপালৰ আগত ওলমি থকা চুলি কিডাল আইকণৰ গিৰীয়েকে হাতেৰে গুচাই দিয়ে। দুবাহুৰ মাজলৈ আইকণক আনি গালত চুমা এটা দিলে। হেৰোৱা চুমাৰ পৰশ—আইকণৰ সৰ্ব্বাঙ্গে বিয়পি যায়। আইকণে লাজতে ৰঙা পৰি এবাৰ গিৰীয়েকৰ মুখলৈ চালে। হঠাতে তাইৰ সপোন হেৰাই যায়। সপোনৰ কোঁৱৰ আকৌ মৰিশালিৰ ছাইৰ মাজত মিলি পৰিল। আৰু নাহে। আইকণে দু-গুণে কান্দিলে। তাই জীৱন্মৃতা।

* * *

দিন গ'ল, মাহ আহিল; মাহ গ'ল, বছৰ আহিল। এবছৰ—দুবছৰ কেবাবছৰো পাৰ হ'ল। পুবণিক এৰি পৃথিবীয়ে নতুনক গ্ৰহণ কৰিলে। আইকণৰ মনৰ দুখ মনতে থাকিলে। দিনক দিনে আইকণৰ সৌন্দৰ্য্য বাঢ়িল। মানুহক বান্ধি ৰাখিব পাৰে কিন্তু মনৰ আবেগ অনুভূতিক বান্ধি ৰাখিব নোৱাৰে। যেতিয়া পাৰৰ ছোৱালীবোৰে কোঁছত নিজৰ নিজৰ লোডোৰ-পোডোৰ কেঁচুৱা লৈ মাকৰ ঘৰলৈ আহে তেতিয়া সিহঁতক দেখি আইকণৰ

মন-প্ৰাণ ভস্ম হৈ যায়। লোকৰ কেঁচুৱাটোকে বুকুত সুমুৱাই লৈ পাৰেমানে চুমা খায়। শান্তি নাহে। বুকুখনত এনে কুৰা জুইয়ে পুৰিবলৈ ধৰে। অন্তৰতে জ্বলে প্ৰাণৰ বুভুক্ষা আৰু অন্তৰতে মাৰ যায়। চিন থাকে মাথো দুচকু বাগৰি অহা করুণ চকুলো-খিনি। এৰা, আইকণৰ পৃথিৱী অসাৰ, জুইলগা পৃথিৱীখনত তাই থকাৰ অৰ্থ নাই। ৰাতিৰ নিঃসঙ্গতাই যেতিয়া আগুৰি ধৰে অদমনীয় বলিষ্ঠ বাসনাই চঞ্চল মুৰ্ত্তি ধৰি বিচাৰে কাৰোবাৰ সান্নিধ্য। সমাজ স্বাৰ্থপৰ। কঠোৰ বন্ধনৰ ভিতৰত জ্বলি পুৰি মৰিবলৈ দিয়া শাসনৰ লৌহ শিকলি চিঙি ভাঙি ওলাই আহিবলৈ শক্তি বিচাৰে আইকণে। চকুত নিৰাশা, খোজত যৌন কামনাৰ মৌন ধীৰ লহৰ, ভঙ্গিত নিষ্পেষণৰ মুক্তিৰ মিনতি। আইকণ, আইকণৰ মুখত লাহে লাহে জিলিকি উঠে ঈপ্সিতৰ প্ৰাপ্তিত আনন্দ উচ্ছ্বাস, কিবা এটা পোৱাৰ প্ৰতিচ্ছবি। মাকে ভাবে— হওক তেওঁ ছোৱালীজনীয়ে দুঃখ বেজাৰ এৰি অলপ আনন্দ মুৱা হৈছে। চকু নমচাকৈ এগৰাহ ভাত খাইছে। এৰা! বহুতে বক্তৃতা দিয়ে বিধবা বিবাহ প্ৰচলন কৰিব লাগে, সমাজৰ ঠেক বান্ধ চিঙি ব্ৰাহ্মণ স্ত্ৰীক মুক্তি দিব লাগে। কিন্তু আগবাঢ়ে কেইজন? বক্তৃতা দিব পাৰিলেই জানো ডাঙৰ মানুহ হয়? যি-খন সমাজ কেৱল পুৰুষৰ বাবে, যি সমাজে নাৰীক মুক্তি দিব নোৱাৰে, মহা পঙ্কৰ পৰা উদ্ধাৰ কৰিব নোৱাৰে, সেই সমাজত নাৰীৰ আৱশ্যক কি?

পুৰুষ বলী হ'ল বুলিয়েই নাৰীক খেলাৰ পুতলা সাজি প্ৰাপ্য

অধিকাৰৰ পৰা বেদৰ হেঙাৰ দি বঞ্চিত কৰিব কিয়? অধিকাৰ সমান। পুৰুষৰ একাধিক বিবাহত যদি জাতকুল ৰক্ষা পৰে তেন্তে নাৰীয়ো পৰিব।

আইকণ আকৌ বিষণ্ণবদনা। মুখত শোকৰ, ভয়ৰ এটা স্পষ্ট প্ৰতিচ্ছবি। ভয় কিহৰ? ভয়···, আইকণ অন্তঃস্বত্ত্বা। আইকণৰ গাত মাতৃত্বৰ লক্ষণ। মাক বাপেকে মূৰে কপালে হাত দিলে। দোষ কাৰ? আইকণৰ নে কপালৰ নাই সমাজৰ? সমাজ। ৰক্ষণশীল সমাজৰ গুৰুব্যৱস্থাই মুক্তকামী বাসনাক চেপা দি ৰাখিব নোৱাৰে। কিছুদিনৰ পিছত আইকণৰ ছোৱালী এটী জন্ম হ'ল। বৰ ধুনীয়া। হওক, সন্তান এটীৰ মুখ আইকণে দেখিলে। জাতি-ভ্ৰষ্টা হ'লেও তাকে বুকুত সুমুৱাই সকলো দুঃখ পাহৰি থাকিব আইকণে। গাৱঁত কথাটো ওলাল। নোলাবনো কিয়? মধু শৰ্ম্মাক সমাজে এৰিলে। আইকণৰ ছোৱালীটীৰ চেহেৰা মধু বাপুৰ ঘৰত থকা হালোৱা ল'ৰাটোৰ নিচিনা। ইতিমধ্যে আইকণৰ মৃত্যু হ'ল। বুঢ়ীমাকে ছোৱালীটী ডাঙৰ কৰিলে। তায়ো ৰূপে গুণে দিনক দিনে চন্দ্ৰকলাৰ দৰে বাঢ়িল।

মৰমী।

পিছদিনা প্ৰদীপ আবোল মৰমীহঁতৰ ঘৰ পালেগৈ। পদূলি মুখতে দেখা পাই মৰমীয়ে প্ৰদীপক হাতত ধৰি ভিতৰলৈ লৈ আনিলে।

"দাদা! আজি তিনিদিনৰ পৰা আপুনি আহিব আহিব বুলি বাটলৈ চাই আছোঁ। চোতালৰ মূৰলৈ ওলাই আহি ৰাস্তাৰ

ক্ষালে চাওঁ প্ৰদীপ দাদা আহিছেনে নাই। পিছে নাপাহৰিলে যে তাৰ বাবে ধন্যবাদ।"—প্ৰদীপক বাহিৰতে বহিবলৈ দি মৰমী ভিতৰ পালেগৈ। আয়েকৰ আগত জনালে মৰমীয়ে প্ৰদীপ অহাৰ বাতৰিটো। আয়েকে লগুণ-কটা যঁতৰটো সামৰি থৈ বাহিৰলৈ ওলাই আহে।

"প্ৰদীপ বোপা নোহোৱানে?"—মৰমীৰ আয়েকে প্ৰদীপৰ কাষতে বহি মাত লগালে।

"হয় আইতা।"—

"এৰা বোপা! তোমাৰ কথা মৰমীৰ মুখে শুনিছোঁ। তুমি আহিবা বুলি তাই তিনিচাৰিদিনৰ পৰা বাটলৈ চাই আছে। তুমি যে আহিবা মই হ'লে বিশ্বাস কৰাই নাছিলোঁ। বৰ ভাল কৰিলা বোপা। চা-চিনাকি হব পাৰিম। পিছে এতিয়াহে পাই-ছাহি নহয়নে?"

"নহয় আইতা, মই কালিয়েই আহিলোঁ। কিৰণহঁতৰ ঘৰতে আছোঁ। কালিলৈ পুৱা বেলাতে যামগৈ। পাৰিলে কালিলৈকে তেজপুৰৰ পৰা শিৱসাগৰলৈ যামগৈ বুলি ভাবিছোঁ।"

প্ৰদীপৰ কথা শুনি মৰমীয়ে ভিতৰৰ পৰাই মাত লগালে—

"হয় হয়, কালিলৈকে যাবলৈ দিমতেহে আপোনাক।"

প্ৰদীপে অলপ হাঁহিলে। বুঢ়ী ভিতৰলৈ সোমাই গৈ চাহ-জলপান যোগাৰ কৰাৰ ব্যৱস্থা কৰিলে। কিছু সময়ৰ পিছতে মৰমীয়ে মাত দিলে প্ৰদীপক হাত-মুখ ধুবলৈ পিছফালৰ চোতাল-লৈ যাবলৈ। বুঢ়ী ওলাই আহি ক'লেহি। "যোৱা বোপা, হাত-

মুখ ধোৱাঁগৈ। বুঢ়াও কেনিবা ওলাই গৈছে, মই মাত্তি আনোগৈ। তুমি চাহ এটোপা খোৱাঁ।”

বুঢ়ী গাৱঁৰ ফালে ওলাই যায়।

“আহক দাদা। জোতা সোলোকাব নালাগে। আপুনি যেনেহে আলসুৱা মাটিত ভৰি দিলে পানী লগা বেমাৰেই হ’ব। হাত-মুখকে ধোৱকহি।”

প্ৰদীপ পিছফালৰ চোতাললৈ ওলাই গ’ল। হাত-মুখ ধুলে। মৰমী ওচৰতে থিয়হৈ আছে হাতত গামোছাখন লৈ। হাত-মুখ মচিবলৈ মৰমীয়ে গামোছাখন প্ৰদীপক দিলে। ধুনীয়া ফুলাম সৰুসুতাৰ গামোছা এখন।

“এইখন কোনে বোৱা?”

“কিয়?”

“সুধিছোঁ, গামোছাখন ধুনীয়া দেখি।”

“ময়ে বৈছিলোঁ। পিছে পৰীক্ষা দিবলৈ যাব লগা হোৱাত ৰব লগা লৰি হ’ল। ভাল নহল।”

এৰা! মানুহজনীৰ নিচিনাকৈ গামোছাখনো ধুনীয়া।”

“বাৰু হৈছে। এতিয়া আহক।” মৰমীয়ে তাইৰ কোঁঠাতে প্ৰদীপক বহিবলৈ দিলে। কোঁঠাটোৰ চাৰিউকাষলৈ প্ৰদীপে চকু দিলে। বৰ পৰিষ্কাৰ পৰিপাটি। বেৰত কৃষ্ণৰ এখন ফটো। বকুল ফুলৰ মালা এধাৰ পিন্ধাই থোৱা আছে। বেৰৰ ভোলডালত মৰমীৰ পিন্ধা কাপোৰখিনি আছে। পাতৰ মেখেলা খনৰ তল পাৰিত কোৰশলা বনৰ গুটিবোৰ লাগি আছিল। মৰমীৰ

শোৱা কোঁঠাৰ গাতে বুঢ়ীৰ শোৱা কোঁঠা। দুৱাৰ একেখনেই। মৰমীয়ে পঢ়িব লাগে কাৰণেই বুঢ়ীয়ে বেৰখনৰ সিকাষে শুবলৈ লৈছে। বুঢ়া বাহিৰতে শোৱে। বেছ আটোম-টোকাৰি ঘৰখন। মৰমীয়ে চাহ জলপান আনি প্ৰদীপৰ আগত টেবুলখনৰ ওপৰত সজাই দিলে। এটা বাটিত চিৰা, এটাত দৈ। সৰু বানবাটি-টোত চাহ।

"আজি তুমি ক'ত ফুৰিবলৈ গৈছিলা ?"—প্ৰদীপে সোধে।

"ফুৰিবলৈ গৈছিলোঁ। বুলি আপুনি কেনেকৈ জানিলে ?"

"সেই তোমাৰ মেখেলাখনত লাগি থকা বন-গুটিবোৰে কৈছে।"

"আপুনি আৰু।...বাৰু এতিয়া এয়া খাওকচোন।"

"মোক ইমানবোৰ নহলেও হ'ব। কিৰণৰ ঘৰত আধা ঘণ্টাৰ আগতে খাই আহিছোঁ।"

"এতিয়া খোৱা নোখোৱাৰ বিষয়ে তৰ্ক কৰি থাকিব নালাগে। চাহ চেঁচা হ'ব।"

প্ৰদীপে চাহ খাবলৈ আৰম্ভ কৰিলে। হেঁপাহ আৰু আকুল দৃষ্টিৰে মৰমীয়ে চাই থাকিল। পুৰুষৰ শুশ্ৰূষা, ভালপোৱাজনক এইদৰে খুৱাবলৈ পালে নাৰীৰ কিমান আনন্দ। প্ৰদীপ আহিব বুলি দিনে দিনে পানী কাটি দৈ কৰা দৈ-গাখীৰখিনিৰ মাজত কিমান ভাল পোৱা নিহিত আছে। গাখীৰৰ আঁঠাখিনিৰ দৰে সিহঁতৰ মৰম ভালপোৱা চিৰদিনৰ কাৰণে পৰাপৰে সংলগ্ন। চাহ খোৱাৰ শেষত জলপানৰ বাটি ওচৰ চপাই দিয়ে মৰমীয়ে।

"আজি ইয়াত থাকিব লাগিব দাদা।"—কেনে বেথাপূৰ্ণ এবাৰ কথা মৰমীৰ।

"নাথাকিলে জানো কিবা শাস্তি হ'ব ?"

"শাস্তি নহলেও যাবলৈ যদি এৰি নিদিওঁ।"

"এৰি নিদিলেতো যাব নোৱাৰি। জাহানি সুধনা ৰাজ-কোঁৱৰে মৰমৰ পত্নীৰ ওচৰৰ পৰা সোনকালে যুদ্ধলৈ যাব নোৱাৰা বাবতে তপত তেলত পেলাবলৈ ধৰিছিল। শাস্তি খাই হলেও স্বয়ং মৰমীৰ কাষৰ পৰা মৰম নেওচা দি জানো যাব পাৰিম।"

"তেনেহলে সমাজৰ পুৰণি কুসংস্কাৰপুৰ্ণ নীতি-নিয়মকে আপুনি মানিবলৈ বিচাৰে নহয় জানো ?"

"কেতিয়াও নহয় মৰমী।"

মৰমীয়ে প্ৰদীপৰ কাষতে থিয়দি চকুলো টুকিলে। তাইৰ বেজাৰত নিহিত আছে অতীতৰ জন্ম ৰহস্য, ভবিষ্যতৰ উজ্জ্বল আশাত নিৰাশাৰ চিহ্ন।

"তেনেহলে আপুনি মোক ঘিণ কৰে নহয়নে দাদা ?" কথাষাৰ কোৱাৰ লগে লগে মৰমীয়ে উচুপি উচুপি কান্দিলে।

"মৰমী···।"—প্ৰদীপে মৰমীক হাত দুখনত ধৰি কাষলৈ আনে। গালে মুখে হাত ফুৰাই কয়—"মই সকলো জানো মৰমী। মই নিৰ্ভীক। সমাজৰ পুৰণি ব্যৱস্থালৈ মই ভয় নকৰোঁ। মনত পৰেনে মৰমী, অগ্নিগড় পাহাৰৰ সেই ধুনীয়া সন্ধিয়াটোলৈ।" মৰমীয়ে নীৰৱে প্ৰদীপৰ কথাবোৰ শুনি যায়। প্ৰদীপৰ কোলাত লাহে লাহে মৰমী হালি পৰিল।

"তোমাক মই উদ্ধাৰ কৰিম মৰমী। তোমাৰ গাত দোষ নাই।" মৰমীয়ে একেথৰে প্ৰদীপলৈ চাই আছিল। তাইৰ গোটেই শৰীৰত নতুন শক্তি বিয়পি যায়। আগতকৈয়ো যেন মৰমী প্ৰদীপৰ চকুত আৰু ধুনীয়া হৈ পৰিছে।

—প্ৰদীপ বোপা ? বাহিৰৰ পৰা বুঢ়াই আহি মাত দিয়ে। লগতে বুঢ়াও সোমাই আহিল।

—বোপাক চাহ-জলপান খাবলৈ দিলিনে ? বুঢ়ীয়ে মৰমীক সোধে।

—দিলোঁ। মৰমীৰ প্ৰত্যুত্তৰ। কথা বতৰা আৰম্ভ হ'ল। বুঢ়াই বৰ আনন্দ পালে। বুঢ়াই সেই ৰাতি তাতে থাকিবলৈ ধৰিলে। কিৰণৰ ঘৰত নাথাকিলে হয়তো সিহঁতে বেয়া পাব। প্ৰদীপে সম্মতি নিদিলে। পিছদিনা তাতে ভাত খাই যাব বুলি ক'লে। বহু সময়লৈকে কথা বতৰা চলিল। ৰাতি ন-মান বাজি গ'ল। প্ৰদীপ উঠি কিৰণৰ ঘৰলৈ খোজ ল'লে।

"কালিলৈ কিন্তু পুৱাতে আহিব।"—প্ৰদীপ উঠি যাওঁতে মৰমীয়ে কয়।

"ভাল বাৰু, পুৱাতে অহা হ'ব। কিন্তু মই হ'লে ন-বজাত তেজপুৰলৈ যাম।"

পিছদিনা প্ৰদীপে মৰমীহঁতৰ ঘৰতে ভাত খালে। পুৱাতে বুঢ়াই ক'ৰবাৰ পৰা মাছো দুটা কিনি আনিলেগৈ। গ্ৰাথীৰকণ ঘৰতে আছে। ভাত-পানী খোৱাৰ পিছত বুঢ়াই ক'লে—

"মৰমীক চাবা বোপা। আমালৈ নাপাহৰিবা। মেট্ৰিক যদি

পাছ কৰে খুজি মাগি হ'লেও তাইক কলেজত পঢ়ুৱাব লাগিব। কলেজৰ বিষয়ে কিবা এটা সুবিধা কৰি দিবা। আমি সেই বিলাকৰ একো আও-ভাও নাপাওঁ।"—ন'ৰাজিবৰ হ'ল। প্ৰদীপ যাবলৈ ওলাল। মৰমীয়ে কাগজৰ টোপোলা এটাত কিবা এটা বান্ধি প্ৰদীপৰ হাতত দিলে।

"বোপা নাপাহৰিবা। মাজে মাজে আহি থাকিবা। চিঠি পত্ৰও দিবা। নহলে আমাৰ বৰ বেয়া লাগিব।"—বুঢ়াৰ শেষ অনুৰোধ। সকলো উঠি গৈ প্ৰদীপক ৰাস্তাত আগবঢ়াই থ'লেগৈ। ৰাস্তা পোৱাৰ লগে লগে চিটি বাছখন আহি পাইছিলহি। প্ৰদীপ বাছত উঠিল। মৰমীয়ে বাছখন নেদেখালৈকে চাই থাকিল।

ঘৰখন বৰ উকুণ্ডা হ'ল। বৰ ভাল ল'ৰা। ডাঙৰ মানুহৰ ল'ৰা বুলি অলপো গপ অহঙ্কাৰ নাই। বুঢ়া-বুঢ়ীয়ে কথা পাতিলে-যেনে তেনে পাৰিলে প্ৰদীপলৈকে ছোৱালীজনী দিব লাগে।

॥ ছয় ॥

তেজপুৰ এৰি শিৱসাগৰৰ ঘৰত থাকিবৰ প্ৰদীপৰ আজি প্ৰায় এবছৰ হ'ল। বি-এ পাছ কৰাৰ পিছত প্ৰদীপে এম-এ পঢ়িবলৈ নগৈ ৰাইজৰ সেৱাত আত্মনিয়োগ কৰিলে। বাপেক হৰেশ্বৰ বৰুৱা পুৰণি কংগ্ৰেছী। বিয়াল্লিছ চনৰ পিছত বৰুৱাই যেতিয়া দেখিলে যে ভাৰতবৰ্ষ স্বাধীন হ'ব তেতিয়া ইংৰাজৰ পক্ষ এৰি কংগ্ৰেছত যোগ দিলে। শ-শ পুৰা মাটি, লাখ লাখ টকা আৰু দুই তিনিখন চাহ বাগান থকা লোক বৰুৱাই দেশৰ কাম নকৰাকৈ বিখ্যাত দেশকৰ্ম্মী হৈ পৰিল। বৰুৱাৰ নাম নুশুনা লোক কোনো নাই। বৰুৱাৰ মাজু গৰাকী পৰিবাৰৰ পুত্ৰ প্ৰদীপ। বৰগৰাকীৰ সন্তি সন্ততি নৌ-হওঁতেই মৃত্যু হ'ল, প্ৰদীপ জন্ম হোৱাৰ পিছতে মাজুগৰাকীও গ'ল, তৃতীয় গৰাকীৰ ল'ৰা-ছোৱালী কেবাটাও। বৰুৱা এম-এল-এ। মন্ত্ৰী হোৱাৰ সুযোগ যথেষ্ট আছে। প্ৰদীপ কংগ্ৰেছত সোমায়েই সংগঠন মূলক কামত হাত দিলে। ৰাইজৰ সেৱাই তাৰ জীৱনৰ উদ্দেশ্য। ৰাইজেও পালে প্ৰদীপৰ নিচিনা এজন সুযোগ্য দেশসেৱক। ৰাইজৰ বুকুৰ মাজত বাগৰি বাগৰি, জনসাগৰত ওপঙি, ধেলপোঙা দি সাঁতুৰি নাদুৰি থাকিবলৈ ধৰিলে। জনতাৰ মাজত যেন প্ৰদীপ দেৱতা। পৃথিবীত ৰাইজৰ হিয়াৰ কলিজাৰে দেৱত্ব লাভ কৰা মানুহৰ দেৱতা প্ৰদীপ। এবছৰৰ পিছতে ৰাইজৰ আদেশ পেলাব নোৱাৰি শিৱসাগৰ

কংগ্ৰেছৰ সভাপতি হ’ল। দুঃখীয়া ৰাইজে প্ৰদীপৰ পৰা বহু পোৱাৰ আশা কৰিলে। গাৱঁলীয়া ৰাইজৰ অৱস্থা বুজিবলৈ যেতিয়া প্ৰদীপ গাওঁবিলাকৰ মাজত ফুৰিবলৈ ল’লে তেতিয়া দুঃখীয়া শ্ৰেণীৰ অৱস্থা দেখি তাৰ হিয়া কান্দি উঠিছিল। সি ভাবে, সি যেন কংগ্ৰেছত সোমাই বৰ ভুল কৰিছে, এটা পৱিত্ৰ জন-কল্যাণকামী প্ৰতিষ্ঠানত তাৰ নিচিনা শ-শ পুৰা মাটি আৰু বিপুল ধন-সম্পত্তিৰ গাৰাকী এটা সোমাই যেন প্ৰতিষ্ঠানৰ আদৰ্শ ম্লান কৰিব ধৰিছে। প্ৰদীপে ভাবে চিন্তে, সি ৰাইজক কিবা দিব পাৰিছেনে নাই। সি বক্তৃতা দিছে শ্ৰেণীহীন সমাজ গঢ়িবলৈ। কিন্তু সি দেখে সি নিজেই দেখোন সমাজৰ বহু ওপৰত বিপুল ধন-সম্পত্তিৰ মালিক হৈ আছে যাৰ মোহত দৰিদ্ৰৰ দুঃখ, দৰিদ্ৰৰ বিননি, দৰিদ্ৰৰ হাহাকাৰ অনুভৱ কৰিব নোৱাৰে। শ্ৰেণী-হীন সমাজ গঢ়িব কোনে? বক্তৃতাই নে আদৰ্শই? আদৰ্শত সোমাব নোৱাৰা, আদৰ্শৰ চাং পাতি দেশনেতাসকলে দিয়া দীঘল দীঘল বক্তৃতাই দেশ গঢ়িব নোৱাৰে। সোণালী ধাননিৰ মাজেমাজে প্ৰদীপ ইখন গাৱঁৰ পৰা সিখন গাৱঁলৈ যায়। সকলোতে হাহাকাৰ উঠা প্ৰদীপে শুনে; মাটি নাই, খাবলৈ নাই। অসমত মাটি নাই? প্ৰদীপ বৰ আচৰিত হৈ যায়। অসমৰ মাটি কি হ’ল? অসমৰ ভাগ্য বিধাতাসকলৰ মহানুভৱতা. লাখ লাখ ভগনীয়া অসমৰ বুকুত, ঘৰ এৰি দি গৃহস্থই দুৱাৰ দলিত ছুমুনিয়াহ কাঢ়িছে। সন্ধিয়া লুইতৰ পাৰত অকলে অকলে বহি ভাষা জননীয়ে কান্দিছে; হেমচন্দ্ৰ নাই, ঢেকিয়াল ফুকন নাই, বেজবৰুৱা—গোপী বৰদলৈ

নাই : সীমান্তৰ মাটি চপৰা-চপৰে খহিছে, পথাৰৰ আলিৰ পাহ খনাদি মাটি খানি খানি হালিছা হালিছাই, পুৰাই পুৰাই মাটি ঠেলি লোকে আলি দি খেতি কৰিছে ; কোনে চাব ? লাচিত নাই, নবীন বৰদলৈ নাই, অসমত নিবহুৱা, অসমৰ চাহ উদ্যোগ, তেল উদ্যোগ ডাঙৰ ডাঙৰ উদ্যোগবিলাক লোকৰ হাতত। অসমীয়াই কিহত আশা কৰিব, কি আশালৈ জীয়াই থাকিব ; মোৰ দেশ, মোৰ মাটি, মোৰ কথা, মোৰ বতৰা বুলি ক'লে লাগে জগৰ···। পথাৰৰ মাজৰ আলি এটাৰ ওপৰতে বহু সময় নিভাল মাৰি প্ৰদীপ বহি আছিল। বহুত কথাই তাৰ মনলৈ আহিল। নিৰ্ব্বাচনৰ কথা ; কেনেকৈ ৰাজনৈতিক দলবিলাকে জনসাধাৰণক ফুচুলাই ফুচুলাই ভোট আনে। যদি ৰাইজৰ সকলো ৰাজনৈতিক দলবিলাকৰ বিষয়ে জ্ঞান থাকিলহেঁতেন তেতিয়া এই হীন নীতি লৈ ৰাজনৈতিক দলবিলাকে ৰাইজক ঠগিব নোৱাৰিলেহেঁতেন। যিখন দেশত কমেও শতকৰা নবৈজনৰ শিক্ষা নাথাকে সেই দেশৰ গণতন্ত্ৰৰ অৰ্থ কি হ'ব পাৰে ? য'ত বিৰোধী দল নাথাকে সেই দেশত গণ-তন্ত্ৰ থাকিব নোৱাৰে ; যিসকলে বিৰোধীদলক ঘৃণা কৰে অথবা বিৰোধী দলবিলাক ভাগি যাবলৈ কামনা কৰে তেওঁলোক ৰাজনীতিজ্ঞ নহয়, তেওঁলোকৰ ৰাজনীতি ভাওনাত ভাৱৰীয়াই মুখত সনা নানা তৰহৰ ৰং মাথোন। ধানৰ নৰাৰ মাজৰ পৰা বতা চৰাইটোৱে ভুৰং কৰে উৰা মাৰিলে। প্ৰদীপৰ সপোন ভাগিল। সি উঠি ঘৰৰ ফালে খোজ ল'লে। ঘৰত তাৰ কোঁঠাৰ টেবুলৰ ওপৰত সি দুখন চিঠি পালে। এখন মৰমীৰ আৰু আনখন

কিৰণৰ। মৰমীয়ে লিখিছে যে প্ৰদীপে পঠোৱা টকা তাই সময় মতেই পালে আৰু দুহেজাৰ টকা গুৱাহাটীলৈ গৈ তাইৰ নামত বেঙ্কত জমা ৰাখিব বোলা কথাত আনন্দ পাইছে, আৰু কিবা কিবি লিখিছে। প্ৰেমিকাই লিখা চিঠি, খেলিমেলি ভাবৰ ৰসে ভৰা কথা। অন্ত নহয়। ইখন চিঠিত প্ৰদীপৰ বন্ধু কিৰণে লিখিছে :

ডিয়েৰ প্ৰদীপ !

তোৰ সময় নাই বুলি মই বুজু কিন্তু অসমক ৰাজনৈতিক দলৰ বাহিৰেও এনে এটা দলৰ আৱশ্যক হৈছে যি অসমক সকলো ক্ষেত্ৰতে ৰক্ষা কৰিব পাৰিব। জাতীয় প্ৰতিষ্ঠান এটা গঢ়ি অসমক ৰক্ষা কৰিব নোৱাৰিলে অসম জীয়াই নাথাকে। বিয়ালৈ নাহিলি। দুঃখ পালোঁ। আমি এতিয়া তেজপুৰ টাউনলৈ উঠি আহিলোঁ। নতুন ঘৰ-দুৱাৰ সাজিলোঁ। অপৰাজিতাই বোলে তোক চিনি পায়, কলেজত থাকোঁতে হেনো তোক দেখিছিল আৰু মাজে সময়ে বোলে কথা বতৰাও হৈছিল তোৰ লগত। তোক ৰবকৈ মাতিছে। জৰুল আহিবি। সোনকালে। অন্ততঃ তিনিদিন মান থকাকৈ আহিবি। মৰমীৰ সম্বন্ধে তোৰ লগত বিশেষ কিছু কথা পাতিব লগা আছে। ভবিষ্যতৰ কাৰণে চিন্তা কৰিবি। দৰ্শনৰ নিৰ্দ্দেশত চলিলে ভবিষ্যতটো দৰ্শন হৈ যাব। আৰু এটা কথা আছে। উকিলৰ কথা বোধহয় শুনিছ। বিহুগুৰিলৈ যাওঁতে যে তোক দেখুৱাইছিলোঁ চহকী মানুহঘৰ। তোৰ বিয়াৰ বাবে দেউতাৰৰ সৈতে তেখেতে কথা বতৰা হৈছে। ছোৱালী জনী বেয়া নহয়। মানুহ ঘৰো পাবি। অলপ কথাটো চিন্তা

কৰি চাবি। মই ওপৰত উল্লেখ কৰা কথাটোৰ বিষয়ে ভালকৈ চিন্তা কৰিবি। তই আহিবি দেই অকল। বাট চাই আছোঁ। আমি ভালেই আছোঁ।

ইতি

কিৰণ

কিৰণৰ চিঠিখনৰ এষাৰ কথাই প্ৰদীপক যথেষ্ট উৎসাহ যোগালে ; অসমক এনে এটা জাতীয় প্ৰতিষ্ঠান লগা হৈছে যি অসমক ৰক্ষা কৰিব পাৰিব। নহলে অসমৰ কোনো ৰাজনৈতিক দলে অসমক ৰক্ষা কৰিব নোৱাৰে। সঁচা। অসমক এটা জাতীয় প্ৰতিষ্ঠান লাগে। হয়তো এই কথা আৰু বহুতে গোপনে ভাবিছে। তেন্তে সি নিশ্চয় এই বিষয়ত সহানুভূতি পাব। কেইদিনমানৰ পিছতে প্ৰদীপ তেজপুৰলৈ আহিল। বহুদিনৰ মূৰত সি তেজপুৰলৈ আহিছে। অসম লজটো আগৰ দৰেই আছে। কিন্তু নগৰখন নতুন নতুন। ম'টৰ চিণ্ডিকেট অফিছটোঁত আগৰ হেম-গেম নাই। চৰকাৰী ট্ৰেন্সপৰ্ট চলিছে। ৰাস্তা চৰকাৰে জাতীয়কৰণ কৰিলে। তাৰ অতি আপোন নিজৰা বাছখন সি দেখা নেপালে। উঃ লক্ষীমপুৰৰ নিজা ঘৰলৈ নিজৰা বাছ কেতিয়াবাই গুছি গৈছে। আৰু নাহে। অসম লজখন আছে। পুৰণি ঠাকুৰ কেইটাই প্ৰদীপক দেখি বা-বাতৰি সুধিলে। সি ওপৰলৈ উঠি গৈ তাৰ পুৰণি ৰুমটো চালেগৈ। তাৰ মনটো বৰ উকণ্ডা উকণ্ডা লাগিল।

কিৰণৰ ঘৰত প্ৰদীপ দুদিন থাকিল। অপৰাজিতাই তাক বেছ আদৰ-সাদৰ কৰিলে নিজৰ ককায়েকৰ দৰেই। ৰাতি ভাত খোৱাৰ শেষত প্ৰদীপ আৰু কিৰণ আগ ঘৰতে বহিল। ওপৰত ফেনখন চলিছে। অপৰাজিতাও ওলাই আহি বহি ল'লে কথাৰ মহলা মাৰিবলৈ। বৰ কথা পাতে অপৰাজিতাই। মুখত হাঁহি লাগিয়েই থাকে। প্ৰদীপে ভাল পালে। তামোল দুখন কাটি দুয়োজনলৈ আগ বঢ়ালে, —হাতৰ আঙুলী এটা কাটিলে আজি। অপৰাজিতাই কিৰণক গোচৰ দিয়ে।

—কিনো বৰ গছ কাটিছিলা? কিৰণে সোধে। অপৰাজিতাই একো মুখেৰে নামাতি তল ওঁঠখন উলিয়াই জোকাৰ এটা মাৰে।

—চাওঁ ক'ত কাটিছে।

—নালাগে। কিৰণে অপৰাজিতাৰ হাতখন মেলি চায়। আঙুলীৰ মূৰটো ফটাকানিৰে বান্ধি থোৱা আছে।

—বান্ধটো নেমেলিব। আকৌ তেজ ওলাব। কটাৰীখন বৰ চোকা। পাঁচলী কুটোতেই কাটিলে।

—তোৰ দেখিছোঁ কিৰণ, ভাল মিল। বোধহয় আগলৈকো এই মিলা-প্ৰীতিৰেই যাব। প্ৰদীপে ক'লে।

—বুজিছে দাদা, এখেতৰ যিহে খং কেতিয়াবা মাতিবলৈকে ভয় লাগে। আপুনি আছে কাৰণেহে এই কণকে হাঁহি মাতি আছে। নহলে সদায় টকাৰ চিন্তা।

—তই ভাল ধনী মানুহেই হ'লি কিৰণ। মাটি ল'লি, ঘৰ সাজিলি, বিয়া পাতিলি।

—বাৰু সেইবোৰ এৰ। উকিলৰ কথাটো কি কৰিলি ?

—সেইটো নহবই।

—মানুহজনে যে বৰ আশা কৰিছে। দেউতাৰেও বোলে কথা দিছে।

—দেউতাই ভুল কৰিছে কিৰণ।

—বুজিছে দাদা, উকিলৰ জীয়েকক বিয়া নকৰালেও আমাৰ বিশেষ আপত্তি নাই। কিন্তু মৰমীক বিয়া কৰিবলৈ আমি নিদিওঁ।···অপৰাজিতাই কোৱা কথাষাৰত যেন প্ৰদীপে বৰ আঘাত পালে। বহু সময় নীৰৱে থাকিল। কিছু সময়ৰ পিছত কিৰণে মাত লগালে।

—বুজিছ প্ৰদীপ ! মৰমী বেশ্যাৰ ছোৱালী।

—মৰমী বেশ্যাৰ ছোৱালী মই জানো। কেনে ধৰণৰ বেশ্যা তাকো জানো। কিন্তু মৰমীৰতো একো দোষ নাই।

—মাক ভালেই জীয়েক ভাল দাদা। মৰমী যে ভাল ছোৱালী আপুনি কেনেকৈ ক'ব।

—মৰমীক মই জানো, তাইক বুজু। তাইক উদ্ধাৰ কৰিবৰ বাবেই মই তাইৰ সৈতে বিয়া পাতিব খোজোঁ। কিন্তু তোমালোকে যদি বিয়া পাতিব নিদিয়া তেতিয়াহলে গোটেই জীৱনত আৰু বিয়া নহব।

মৰমীৰ সম্বন্ধে প্ৰদীপ আৰু কিৰণে বহু কথা পাতিলে। পিছৰ দু-দিন দেশৰ কথা। অসমৰ জাতীয় প্ৰতিষ্ঠান এটা প্ৰতিষ্ঠা কৰাৰ বিষয়ে দুয়ো আলোচনা কৰিলে আৰু সেই প্ৰতিষ্ঠানৰ কাম কি

হ'ব তাকো চিন্তা কৰিলে ছুয়ো, তিনি দিন তেজপুৰত থকাৰ পিছত প্ৰদীপ শিৱসাগৰলৈ যাত্ৰা কৰিলে। অসমৰ জাতীয় প্ৰতিষ্ঠান এটা পতাৰ বিষয়ে সোনকালে আয়োজন কৰিব বুলি প্ৰদীপে কিৰণৰ আগত কৈ গ'ল।

## ॥ সাত ॥

শিৱসাগৰ নগৰত ডাঙৰ কংগ্ৰেছৰ ৰাজহুৱা সভা বহিল। সকলো ৰাজনৈতিক দলকে সভাত যোগ দিবলৈ আহ্বান জনাইছিল প্ৰদীপে। সভাৰ উদ্দেশ্যৰ বিষয়ে আগতে কোনেও একো নাজানিলে। কিন্তু কংগ্ৰেছ অফিচৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা লোকসকলে এই সভাৰ বিষয়ে জানে। নেতৃস্থানীয় লোকসকলে প্ৰদীপক কংগ্ৰেছ ত্যাগ নকৰিবলৈ উপদেশ দিছিল। দলীয় চিন্তাশীল উপদেশৰ বাহিৰে তাত কোনো মূল্য নাই বুলিয়েই প্ৰদীপে মন্তব্য দিলে। কংগ্ৰেছ ত্যাগ নকৰা মানে তাৰ জাগ্ৰত অনুভূতি, আবেগময়ী প্ৰাণৰ নতুন সুৰৰ ধ্বনি বন্ধ কৰি দিয়া। ধনৰ জন্‌জননি ভেদি অহা দুঃখীয়াৰ করুণ বিননিয়ে প্ৰদীপক অস্থিৰ কৰি তোলে, তাৰ পাখিলগা মনটোৱে পলকতে উৰামাৰি যায় দৰিদ্ৰ সমাজলৈ য'ত অন্ন বস্ত্ৰৰ উঠিছে হাহাকাৰ, হৃদয়ত উঠে দৰিদ্ৰৰ পদধ্বনি, চেৰে চেৰে সি শুনে নাৰায়ণৰ নেপুৰৰ জুনজুননি। আগদিনা বহু ৰাতিলৈকে প্ৰদীপে চিন্তা কৰি চালে, ভাবিলে-গুণিলে : এক সমিধান, দৰিদ্ৰ আৰু অসম মাতৃৰ আহ্বান এটা ৰাজনৈতিক দলৰ স্বাৰ্থই প্ৰত্যাখ্যান কৰিব নোৱাৰে। ৰাজনৈতিক মেৰপাকে স্বদেশক ৰক্ষা কৰিবলৈ শক্তি নোযোগায়— কৃষ্ণৰ অবিহনত অৰ্জ্জুনৰ ব্যৰ্থ শক্তিৰ দৰেই।

"মই বোধহয় কংগ্ৰেছৰ পৰা ওলাম দেউতা।"

আগদিনা গধূলি প্ৰদীপে বাপেক বৰুৱাৰ আগত কয়, বৰুৱা বৰ আচৰিত হৈ পৰিছিল। ভাবিলে, প্ৰদীপ নিশ্চয় বলিয়া হোৱা নাই।

"কংগ্ৰেচৰ পৰা ওলায় ? কিয় ?" বৰুৱাৰ প্ৰশ্ন।

"এৰা ভাল লগা নাই। কংগ্ৰেছ প্ৰতিষ্ঠানটোক ঠগিছোঁ, প্ৰতাৰণা কৰিছোঁ।"

"কংগ্ৰেছৰ পৰা ওলোৱা কথা আৰু যেন শুনাই নকৰ।" বৰুৱাই গম্ভীৰ সুৰেৰে কথাষাৰ ক'লে।

"মই যি পাৰিপাৰ্শ্বিকতাত আছোঁ আৰু ইয়াৰ যি আবহাওয়া তাৰ পৰা কংগ্ৰেছৰ উপকাৰ একো নহয়। এটা জনকল্যাণকামী প্ৰতিষ্ঠানক মোৰ পাৰিপাৰ্শ্বিকতাৰে ঢাকি বাহ্যিক আদৰ্শৰ জাকজমকতাৰে একো কৰিব নোৱাৰি। এটা অম্লান প্ৰতিষ্ঠানৰ কোঁহে কোঁহে কোমল শাখাপ্ৰশাখাক মোৰ অৱস্থাৰ আদৰ্শৰে ভাঁজ দি বিকলাঙ্গ কৰাৰ ইচ্ছা নাই। প্ৰতিষ্ঠানটোৰ প্ৰতি মোৰ আন্তৰিকতা আছে বাবেই মই ওলাব ধৰিছোঁ আৰু বহুতকে ওলাবলৈ আহ্বান জনাইছোঁ। মহাত্মা গান্ধীৰ আদৰ্শৰ পৰা কংগ্ৰেছে তাৰমানে কংগ্ৰেছৰ মানুহবিলাকে বহুত আঁতৰি গৈছে। বহুতে আশা-আকাঙ্ক্ষাৰ পৰিপূৰণৰ বাবে কংগ্ৰেছত সোমাই নেতৃত্ব গ্ৰহণ কৰে আৰু সকৰ পৰা ডাঙৰলৈ কোনেও নেতৃত্ব এৰিবলৈ নিবিচাৰে; গণতন্ত্ৰৰ নামত ক্ষমতাৰ অপ-প্ৰয়োগ। মোৰ ভাল লগা নাই দেউতা।"

বৰুৱাই একো নামাতিলে। তেওঁৰ খং উঠিছিল। বৰুৱা

শুবলৈ যাওঁতে খৰমযোৰে কৰা শব্দ কেইটাৰ পৰা ঘৰৰ সকলোৱে অনুমান কৰিছিল বৰুৱাৰ খঙৰ প্ৰবলতাখিনি।

দুপৰীয়া বাৰ বাজি গৈছে। সভাত যথেষ্ট লোক গোট খালে। প্ৰদীপে চিন্তান্বিতভাৱে ধীৰে ধীৰে ৰাইজৰ মাজলৈ আহিল। তাৰ মুখত নিবিড় চিন্তাৰ ঢৌ। মিনতিৰ সুৰেৰে প্ৰদীপে ৰাইজক নিজৰ কথা শুনালে।

সুধিবৃন্দ! বহু চিন্তা কৰি মই কংগ্ৰেছ এৰিবলৈ বাধ্য হৈছোঁ। আজিৰ পৰা মই কংগ্ৰেছৰ যোগেদি ৰাইজৰ সেৱাৰ পথ এৰি অন্য পথ এটি বাছি লৈছোঁ। এই পথে মোক আহ্বানিছে, ৰিঙিয়াইছে। দৰিদ্ৰ জনতাৰ আকুল আহ্বান মোৰ কাণত সঘনে বাজিছে। নতুন পথৰ আলোক এটা মই দেখা পাইছোঁ। সেই আলোকৰ মাজতে ৰাতিৰ অন্ধকাৰৰ মাজৰ কণ কণ জোনাকী পৰুৱাৰ এখুদ এখুদ পোহৰত মোৰ জননী মাতৃয়ে বিষণ্ণ বদনা হৈ চকুলো টুকি থকা ছকা-মকা কৈ দেখা পাইছোঁ। জননীৰ আহ্বান মই উপেক্ষা কৰিব নোৱাৰোঁ।···বিৰোধী দলবিলাকে হাত চাপৰিৰ ধ্বনি উঠালে। সভাঘৰ বহু সময়লৈকে নিতাল। প্ৰদীপে আকৌ ক'বলৈ ধৰিলে।

মই কংগ্ৰেছ কিয় এৰিছোঁ আপোনালোকক কোৱা উচিত হ'ব। কংগ্ৰেছ বেয়া বুলি মই ক'ব খোজা নাই। বগা পূৰ্ণিমাৰ স্নিগ্ধ পোহৰখিনিৰ দৰেই কংগ্ৰেছৰ আদৰ্শ উজ্জ্বল। বৃন্দাবনত কৃষ্ণ নাই কিন্তু শৰতৰ বগা পূৰ্ণিমাত কোনোবাই যদি বৃন্দাবনত কৃষ্ণক বিচাৰে, জোনালী পোহৰত বৃন্দাবনৰ মাজে মাজে নেপুৰৰ

পদধ্বনি শুনিব নিশ্চয়। হিমালয়ৰ ওখ টিঙৰ দৰে ওখ আদর্শ, প্রশান্ত মহাসাগৰৰ দৰে বহল শান্ত হিয়াৰ মাজত সাঁতুৰি-নাছুৰি পাহৰি যাওঁ ক্ষুদ্র স্বার্থ। ক্ষুদ্র স্বার্থ মানে ব্যক্তিগত নহয়। সৰ্ব্ব-ভাৰতীয় স্নেহ প্রাচুর্য্যৰ মাজত সোমাই থাকি অসম মাতৃলৈ পাহৰি গলোঁ। মই ভাবোঁ, নিজৰ দেশৰ উন্নতি অথবা স্বার্থ ৰক্ষা নকৰি বহল দৃষ্টি-ভঙ্গিৰ কাছোন কচাৰ প্রয়াস মোৰ অজ্ঞতা হয়তোবা বহুতৰে এটা অজ্ঞ দৃষ্টি, অপৈনত ৰাজনীতি, অপৰিপক্ক বুলনি— ভাৱনাৰ চোৰ ঘৰত সুমুৱাই ৰখা বাসনাৰ পৰিপুষ্ট সাধন। ঠেক আবেষ্টনিৰ মাজত দৃষ্টি শক্তি বৃদ্ধি কৰি আকৌ ঘূৰিম বহল পৃথিবীখনলৈ। আগতে বিচাৰিছোঁ মোৰ দেশখনক সজাই লৈ অসম মাতৃৰ আনন্দৰে ভৰি থকা মুখখন চাবলৈ। তাৰ পিছতহে বহল পৃথিবীৰ কথা। ৰাজনৈতিক দলটোৰ নীতি মানি মানি দেশত অবাধে চলা অনীতিবোৰ চকুত নপৰা হ'ল, ইয়ো এটা নীতিৰ ভিতৰতে সোমাল। ৰাজনীতিৰ সুকোমল চাঙত শুই শুই স্বৰ্গৰ সপোন দেখিছিলোঁ, বহুতে দেখিছে এতিয়াও; পৃথিবীলৈ নামিবলৈ নিবিচাৰে। বাসনাই অন্ধ কৰিলে। সোৱনশিৰীৰ বালিৰ মাজত পোঁত খাই থকা চেকুৰা চেকুৰ কেঁচা সোণ লুইতৰ জোৱাৰে উটুৱাই বগৰাই লৈ গ'ল। নাই সোণ আছে বালি: অসমৰ বুকুৱেদি নিজৰি নিজৰি ওলোৱা তেজৰ নিজৰা অসমৰ সিপাৰলৈ বাগৰিছে, ৰাতি ৰাতি লোৰ থানে জল কুঁৱৰীয়ে। জনতাৰ দৃঢ় মত, কামাখ্যা পাহাৰৰ টিঙৰ সমান ওখ কৰি গড় বান্ধিবলৈ লাগে লাচিতৰ জাতৰ দেশপ্রাণ কৰ্ম্মী: কেঁচা কেঁচা চাহৰ খেতি কৰিবলৈ

লাগে অসমীয়া খেতিয়ক, ভৌগোলিক সীমা ৰাখিবলৈ লাগে গড়গাৰ্ডৰ নিপুন ৰণুৱা, অসমত পাতিব লাগিব নতুন বাৰ্মিংহাম, নতুন মানচেষ্টাৰ আৰু কিমান⋯যিবোৰৰ সপোন মই দেখিছোঁ।

সভাঘৰ নিতাল মাৰি থকাৰ পিছত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিবলৈ ধৰিলে। চাপৰিৰ ধ্বনিত গগন মণ্ডলত আলোড়ন উঠিল। বোকোছা-বোকোছে বতাহে পিঠিত কঢ়িয়াই নিয়ে প্ৰদীপৰ বক্তৃতা অসমৰ ইমূৰৰ পৰা সিমূৰলৈ। বতাহে বতাহে বতৰা যাচে অসমৰ নতুন কথা, বতাহে উৰুৱাই নিয়া প্ৰদীপৰ বক্তৃতাত থমকি থমকি বৈ শুনে কাছাৰি মুখৰ মানুহবোৰে। সকলোৰে প্ৰাণবোৰ যেন উৰা মাৰে প্ৰদীপৰ সমীপলৈ, পাহৰি যোৱা দেশৰ কথা সকলোৰে মনত জাগে, বুৰঞ্জীয়ে সাহৰ সমল যোগায়, ৰিণি ৰিণি শুনে শিৱদৌলতকৈ ওখ হেমকোষৰ ওখ দৌলে আকাশ চুই কিহৰ গীতি গাইছে।

বৰুৱাৰ পুতেক দেৱতাহে দেও।

এৰা, কৈছাহে।

কাছাৰি ভেঁটিৰ খটখটিৰ তলত বহি গোচৰলৈ যোৱা মানুহ দুজনে ছাদা-চুৰট হুপি হুপি ইজনে সিজনক কয়। জিলাৰ বৰ চাহাবেও লগৰীয়া চাহাব এজনৰ লগত কাছাৰি ঘৰৰ চোতালত থিয়হৈ প্ৰদীপৰ বক্তৃতা শুনি শুনি কয়: বৰুৱাৰ পুতেকে কংগ্ৰেছৰ পৰা ওলাই বৰ ভাল কাম নকৰিলে। আন নহলেও ভৱিষ্যতৰ কিছুমান সুযোগ হেৰুৱালে। অৱশ্যে প্ৰদীপৰ নিচিনা আকাঙ্ক্ষাৰ ওচৰত ব্যক্তিত্ব বিক্ৰি নকৰা লোকৰ খুব আৱশ্যক হৈছে অসমৰ।

আমিতো চাকৰি কৰো বুলিয়েই জনমভূমিৰ এনে কিছুমান কামত হাতকে দিব নোৱাৰোঁ।

প্ৰদীপৰ বক্তৃতা আকৌ আৰম্ভ হ'ল। গোটেই নগৰখনক একালে যেনেকৈ নিৰাশ কৰিছে আনফালে দুগুণে আশা ঢালিছে। উচ্ছ্বাস উদ্দীপনা, জনতাৰ হেন্দোলদোপ। অফিছৰ কেৰাণি, উকিল মহৰি সকলোৱে বক্তৃতা শুনিবলৈ চোতাললৈ ওলাই আহে।

...কংগ্ৰেছ। মোৰ যেন হাড়ে হিমজুৰে জহি পমি আছে। মোৰ দেউতা শ-শ পুৰা মাটিৰ গৰাকী, দুই তিনিখন চাহ বাগানৰ মালিক, বিপুল ধন-সম্পত্তিৰ মালিক আৰু মই তেখেতৰ পুত্ৰ এখন জিলা কংগ্ৰেছৰ গুৰি ধৰোঁতা। ধন-সম্পত্তিৰ মাজত থাকি মই সমাজ গঢ়িব নোৱাৰোঁ। মুখেৰে শ্ৰেণীহীন সমাজ গঢ়াৰ বক্তৃতা দিলে কি হ'ব, মই যে উচ্চ শ্ৰেণীৰ গৰাকী। মোৰ অৱস্থাই পবিত্ৰ কংগ্ৰেছৰ আদৰ্শ ম্লান কৰিব; উজ্জ্বল কংগ্ৰেছ চিৰদিন চিৰকাল উজ্জ্বল হৈ থাওক। ভোটৰ সময় পালে বিভিন্ন ৰাজনৈতিক দলবিলাকে অজ্ঞ জনসাধাৰণক ফুচুলাই ভোট লয়। এনে এটা দিন আমি আনিব লাগিব ভাৰতবৰ্ষলৈ যিটো দিনৰ পৰা আমি গণতন্ত্ৰৰ মূল্যাঙ্কন কৰিব পৰিম। সেই দিন আহিব কেনেকৈ? গণতন্ত্ৰৰ বুজনি দিবলৈ সমাজ গঢ়িব লাগিব শিক্ষাৰে। শিক্ষাৰ পোহৰ পালে জনসাধাৰণে গণতন্ত্ৰৰ বিষয়ে বুজিব, ৰাজনৈতিক দলবিলাকৰ বিষয়ে জানি লৈ এটা সুস্থ চৰকাৰ পাতিবলৈ সমৰ্থ হ'ব। মই সেই কাৰণেই কংগ্ৰেছৰ পৰা ওলাইছোঁ, নতুন

সমাজ গঢ়িবলৈ, শিক্ষা, ৰাজনীতি আৰু দেশাত্মবোধৰ জ্ঞান দিবলৈ মই ওলাইছোঁ দুঃখীয়া জনসাধাৰণৰ মাজলৈ। অসমৰ যুৱক সকলক লৈ মই গঢ়িম 'অসম সেৱা সমাজ'; অসমৰ হকে জীউ উচৰ্গা কৰিম ঃ মহামানৱৰ মহামন্ত্ৰ অহিংসা আৰু শান্তিয়ে আমাৰ হৃদয়ত যোগাব সাহস, জোগাব শক্তি···। অসম সেৱা সমাজৰ উদ্দেশ্য তিনিটা; খোপে খোপে দোখোপ উঠি শেষৰ খোপত পাব ৰাজনীতি। উদ্দেশ্যৰ প্ৰথম খোপ ঃ ৰাইজৰ মাজত আমাৰ সমাজে চৰকাৰৰ লগত সহযোগ কৰি শিক্ষা বিস্তাৰত সহায় কৰিব। গাৱেঁ গাৱেঁ পুথিভঁৰাল স্থাপন কৰি শিক্ষাৰ মোল বুজাব, ৰাজনীতিৰ বুজনি দিব। অসম জুৰি পুথিভঁৰাল আন্দোলন গঢ়ি তুলিব লাগিব। বিদেশৰ বিখ্যাত পুথিভঁৰালৰ আদৰ্শৰে অসমত গঢ়িব লাগিব পুথিভঁৰাল। সকলোকে, কি শিক্ষিত, কি অশিক্ষিত, শিকাব লাগিব পুথিভঁৰালৰ উদ্দেশ্য—শিক্ষিত সকলোকো বুজাব লাগিব যে পুথিভঁৰাল বিলাসৰ বস্তু নহয়, কিতাপ আনি কিতাপ ঘূৰাই নিদিয়া মহৎ অশিষ্টাচাৰ। আগতে কিতাপ আনি কিতাপ ঘূৰাই দিবলৈ শিকাব লাগিব তাৰ পিছত পঢ়িবলৈ শিকাব লাগিব। দ্বিতীয় খাপ –জাতীয় চেতনা জগাই তোলা, ভৌগোলিক সীমা নতুন কৈ গঢ়িব লাগিব, ভাষা-সাহিত্যৰ ভেঁটি ওখকৈ বান্ধি জাতীয় কৃষ্টি ৰক্ষা কৰি পৰ্ব্বত ভৈয়ামৰ লগত পাতিব লাগিব প্ৰীতিৰ মেলা। অসমৰ ব্যক্তিগত উদ্যোগবোৰ চৰকাৰক সোধাবলৈ যত্ন কৰিব লাগিব। তৃতীয় খাপত ৰাজনীতিৰ মহলা। সেৱাসমাজে গঢ়িব অসমৰ নতুন জাতীয় চৰকাৰ যি অসমৰ স্বাৰ্থ প্ৰতি মুহূৰ্ত্ততে ৰক্ষা কৰিবলৈ

সমর্থ হ'ব। ইয়াৰ পিছত ভাৰত জননীৰ চেনেহী হিয়াত সোমাই সৰ্ব্ব ভাৰতীয় আদৰ্শৰে সপোন ৰচিব লাগিব বৃহৎ ভাৰতৰ ;— ভাৰতৰ অন্যান্য ৰাজ্যক অসম সেৱা-সমাজে যোগাব জাতীয় চেতনাৰ নতুন অনুপ্ৰেৰণা।

* * * *

গধূলি বৰুৱাৰ ঘৰত নগৰৰ নেতৃস্থানীয় বহু লোক গোট খালে। সকলোৰে চকুত পৰিষ্কাৰ কৈ জিলিকিছে নিৰানন্দ। বহুতে প্ৰদীপক নানাধৰণৰ উপদেশ দিলে কিন্তু কাৰো উপদেশ গ্ৰহণৰ যোগ্য প্ৰদীপৰ কাৰণে নহল। এখন গণতন্ত্ৰী দেশত ব্যক্তি স্বাধীনতাৰ ওপৰত হস্তক্ষেপ কৰাৰ কাৰো অধিকাৰ নাই। চাহ খোৱাৰ পিছত সকলো উঠি যায়। তাৰ পিছত এদল ডেকা আহিল। প্ৰদীপক অভিবাদন জনালে। এখন অভিনন্দন। ডেকাসকলে অনা অভিনন্দনখন প্ৰদীপলৈ আগ বঢ়ালে। অভিনন্দনত লিখিছে : আপোনাক অসম জননীয়ে বিচাৰিছে ভৌগোলিক ভগ্নস্তূপ পুনৰ গঢ়িবলৈ, ভাষা জননীয়ে হাত বাউলদি মাতিছে হেমকোষৰ ওখ দোল আৰু ওখকৈ বান্ধিবলৈ, দুঃখীয়া জন সাধাৰণে বিচাৰিছে শিক্ষা আৰু গণতন্ত্ৰৰ বুজদি এখন শ্ৰেণীহীন সমাজ গঢ়িবলৈ। ইয়াৰ পিছত চাওক, সৌৱা সমগ্ৰ ভাৰতীয় জনতাই আপোনাৰ পৰা কিবা পোৱাৰ আশাত আকুল ভাৱে চাইছে। ভাৰত মাতৃৰ চেনেহী হিয়াৰ মাজত সোমাই ভাৰতক গঢ়িব নতুন গঢ়ত। সৌৱা দিল্লী নগৰত ভাৰতীয় জাতীয় পতাকা উৰিছে। ভাৰতীয় পতাকাৰ পৰা টোপে টোপে মৌৰস

সৰিছে, কলহ ভৰাই ভৰাই দেশ বিদেশলৈ নিছে, ভাৰতে আবিষ্কাৰ কৰা শান্তিৰ বাণী। বুৰঞ্জীৰ পাতেৰে বুকু ডাঠ কৰি আগবাঢ়ি যাওক···।

দুহাত মেলি প্ৰদীপে অভিনন্দনখন গ্ৰহণ কৰিলে। মূৰত লগালে। ডেকাদল লাহে লাহে আঁতৰি গ'ল!

"প্ৰদীপ!"—বৰুৱাই অলপ খঙেৰে পুতেকক মাতিলে।

"মোৰ মান সম্মান তই নষ্ট কৰিলি। মোৰ এই বিপুল সম্পত্তি কাৰ কাৰণে প্ৰদীপ?"

"জীয়াই থকা কালত আপোনাৰ। মৃত্যুৰ পিছত আপোনাৰ ল'ৰাছোৱালীয়ে খাব কিন্তু মই নাখাওঁ।"—প্ৰদীপৰ ধীৰ স্থিৰ উত্তৰ।

"তই মোৰ পুত্ৰ নহৱ নেকি?"

"পুত্ৰ কিয় নহম দেউতা। পিতৃ হিচাবে আপুনি মোৰ দেউতা কিন্তু ৰাজনীতিৰ ক্ষেত্ৰত আপুনি মোৰ শত্ৰু। মই আপোনাৰ বিপুল সা-সম্পত্তিৰ মালিক হবলৈ নিবিচাৰোঁ। দৰিদ্ৰ জনসাধাৰণে এটা পইচাৰ কাৰণে হাহাকাৰ কৰি মৰিছে আৰু মই বিপুল ধন-সম্পত্তিৰ অধিকাৰী হৈ সিহঁতক মুখৰ কথাৰে সান্ত্বনা দিবলৈ যোৱা কেনে হ'ব মই নাজানো। দুঃখীয়া ৰাইজে খাবলৈ পালে ময়ো পাম আৰু খাবলৈ নাপালে ময়ো নাখাওঁ। এইবোৰ কথা মোৰ সপোন বিলাস নহয়। ইয়াৰ প্ৰয়োজন গুৰুতৰ। আপোনাৰ ইমানবোৰ সা-সম্পত্তিৰ আৱশ্যক কি? আপোনালোকে ৰাইজৰ নায়ক হৈ ৰাজনীতিৰ নামত কি যে লীলা-খেলা পাতিছে।"

"কংগ্ৰেছৰ বিৰোধী দলবিলাকৰ কথা শুনিছ তই— ৰাজ্যনে সিহঁতে নোহোৱা কথা কিছুমান ৰাইজৰ আগত কৈ ভোট বিচাৰে, যাৰ কামৰন নাই, চৰকাৰৰ পৰা বিশেষ সা-সুবিধা নাপায়, সিহঁতে এনে বিৰোধী দল পাতে আৰু তই জনা বুজাহে সিহঁতৰ কথাত পতিয়ন গৈছ।"

"মই বুজু দেউতা, পলিটিক্‌চ্ মই পঢ়িছোঁ আৰু প্ৰেক্টিকেল ফিল্ডতো নামিছোঁ। আজিলৈকে আপোনাৰ অভিজ্ঞতা মতে আপোনাৰ বিৰোধী দলৰ প্ৰতি যি ধাৰণা হৈছে সি আপোনাৰ মহৎ ভুল যি ভুল কোনো ৰাজনীতিবিদে নকৰে। আপোনাৰ মতে বিৰোধী দলবিলাক ভাণ্ডি কেৱল আপোনালোকেই দেশত ৰাজপাত থাব লাগে নহয় জানো? আপুনিয়েইতো যোৱাবাৰ ইলেক্‌ছনৰ সভা সমিতি পাতি লেক্‌ছাৰ দিছিল বিৰোধী দলৰ বদনাম কৈ—বিৰোধী দলবিলাকৰ সম্পৰ্কে কিছুমান জলন্ত মিছা কথা অবুজন ৰাইজক পতিয়ন কৰি গণতন্ত্ৰৰ নামত ভোট বিচাৰিছিল ৰাজতন্ত্ৰৰ ইঙ্গিত দি। আপুনি জানেনে দেউতা গণতন্ত্ৰৰ মূল ভেঁটি কি? আপোনালোকতকৈ বিৰোধী দলবিলাকতো বহুত চিন্তাশীল ৰাজনীতিজ্ঞ পুৰুষ আছে। গণতন্ত্ৰৰ দোহাই দি মিছা কথা ক'ব নাপায়। আপোনালোকৰ আদৰ্শ ঘোলাপৰা কণীৰ নিচিনা। আপোনাৰ নিচিনা বাহিৰে ৰং চং ভিতৰে কোৱা-ভাতুৰি বহুত নেতা আছে যাৰ এক নায়কত্ববাদৰ বাবেই বহুতে কংগ্ৰেছৰ পৰা ওলাই গৈছে। আপোনাৰ মতে সেই সকল কি? Opposition is the most essential

factor on the part of democracy এই কথাষাৰৰ মূল্যাঙ্কন কৰিব পাৰিব লাগে।"

"তই মোক এতিয়া ৰাজনীতিৰ কথা শিকাবলৈ আহিছ। মই ৰাজনীতি নাজানো? গৰু ...। তোৰ এইবোৰেই কথাৰ যুক্তি।" —বৰুৱা খণ্ডত ভিতৰলৈ সোমাই যায়।

* * *

বেলি ডুব যোৱাৰ মনোৰম পূৰ্ব্ব মুহূৰ্ত্ত এটা। বগা বগা ডাৱৰবিলাক ফালি ফালি বেলিটো সোমাই পৰিছে। ডাৱৰ বোৰৰ ওপৰত সোণালী ৰহনবোৰ চটিয়াই ডাৱৰৰ মাজৰ পৰা মিচিকিয়াই হাঁহিছে বেলিটোৱে। পশ্চিম আকাশত ডুটানে এটা পানী-গছা উঠিছিল। হয়তো ৰাতি বৰষুণ আহিব। ডিখৌ নৈৰ পাৰে পাৰে প্ৰদীপ কিছু দূৰ আগুৱাই গৈ আছিল। সিপাৰে প্ৰায়-নিঃচিহ্ন হৈ থকা তলাতলি ঘৰটোৱে পুৰণি গড়গাৱঁৰ বাতৰি মনত পেলায়। বহু বছৰৰ আগতে তলাতলি ঘৰটো আহোম ৰজাই সজাইছিল। নামটো আছে লোকৰ আগত গৌৰৱ কৰিবলৈ। পুৰণি গৌৰৱটোৰ বাহিৰে আন একো নাই। ইটাবোৰ অ'ত ত'ত এছটা দুছটাকৈ পৰি আছে। ইতিহাস ক'ব পৰা ইটা গড়গাৱঁত আছে আনত নাই। গড়গাৱঁৰ কৰিৰ প্ৰাণত এইবোৰ কথা থুপ খাই আছে। গড়গঞা কটাৰীৰ ডাবেও কাটে। মায়েঙৰ বেজ পৃথিবী বিখ্যাত বুলি কয়। জেৰেঙা পথাৰৰ শিমলু কেইজোপা লথোমুৰীয়া হৈ আছে। ডালবিলাক কাটি সিমলু কল বিলাক কোনোবাই পাৰি নিলে। এই দৰেনো ডাল এটা নথকাকৈ

সিমলু কেইজোপা লথৌমুৰীয়া কৰিব পাইনে। ইহঁতৰ অকণো দয়া মৰম নাই। চৰাই এটানো পৰে ক'ত ? একেবাৰে আগটোত থকা পাত কেইটাতে যেনে তেনে শগুণটো পৰি আছে। বৰ ওখ। ওপৰলৈ চাবই নোৱাৰি। মূৰটো ঘূৰাই যায়। জেৰেঙাৰ কথা আজি কালি সাধু বুলিহে ভাবে। কোটকোৰা গছ জোপাও আছে হেনো। এতিয়ামানে ভালকৈ বুঢ়া হব পায়। নহবনো কিয়, ইমান বছৰ হ'ল। মানুহ হোৱা হ'লে কেইবাৰ মৰি কেইবাৰ জন্ম ল'লেহেঁতেন। ইমান কঁাইটীয়া গছজোপাৰ মাজত জয়মতীক কেনেকৈ বান্ধিছিল বাৰু ? বৰ নিষ্ঠুৰ ৰজা হব পায় লৰা ৰজাটো। কোটকোৰা গছ জোপাই এইবোৰ কথা ভালকৈ জানে ছাগৈ। সুধিলে ক'ব। তাহানিৰ গদাপাণিৰ ডালিমী বৰ ধুনীয়া আছিল হেনো। ডালিমীৰ দিনৰ পৰা নগাপাহাৰৰ লগত ভৈয়ামৰ সম্বন্ধ। ডালিমীক গদাপাণিয়ে সেউজীয়া পাহাৰৰ মাজতে লগ পাইছিল প্ৰথমে; শৰীৰটো হৃষ্ট-পুষ্ট মাংসল। গাত চোলা নাই। ওখ বুকুখন ঠেক কাপোৰ এডোখৰেৰে ঢাকি থৈছিল। ডালিমীৰ যৌৱনৰ বাসনাই ওখ কৰি ৰখা ধুনীয়া বুকুখন দেখি গদাপাণিয়ে মোহ গৈছিল নিশ্চয়। কঁকালত কপ্তা কলাফুল ছুটা বেছ শকত-আৱত। চুলিখিনি ক'লা দীঘল। দঁাত কেইটা ডালিমৰ গুটিৰ নিচিনা। হাতত ধনু কাঁড় লৈ যৌন উন্মাদনাত পাহাৰৰ ওপৰে ওপৰে বগাই ফুৰিছিল কিবা এটা উল্লাহত। পাহাৰৰ ওখ টিং এটাত বহি গদাপাণিয়ে ডালিমীক হেঁপাহ পলুৱাই চাইছিল। দুয়োৰে মাজত চিনা পৰিচয় হ'ল। ডালিমী

বুকুৰ আপোন হ'ল গদাপাণিৰ। এদিন পাহাৰৰ মাজত ছুয়ো ফুৰি ফুৰি বৰ ভাগৰি পৰিছিল। পাহাৰৰ ওখ টিং এটাত বহি ছুয়ো ভৈয়ামৰ ফালে চাইছিল। গদাপাণিয়ে ডালিমীক ভৈয়ামৰ সাধু কৈছিল।

—ধুনীয়া ধুনীয়া পাহাৰৰ মাজত এই দৰে থাকি কেনেকুৱা লাগে কেঁচা সোণ?...ডালিমীয়ে গদাক সোধে।—খুউব ভাল লাগে সোণ।—গদাৰ উত্তৰ। কিছুদিনৰ পিছত জয়মতীৰ বাতৰি ল'বলৈ গদা ভৈয়ামলৈ গ'ল। চকুৰে নেদেখালৈকে পাহাৰৰ ওখ টিঙত উঠি ডালিমীয়ে গদালৈ চাই আছিল। ৰিঙিয়াই ৰিঙিয়াই ডালিমীয়ে গদাক কৈছিল—ভৈয়ামৰ পৰা তই সোনকালে ঘূৰি আহিবি। মই ইয়াতে বহি থাকিম। তই নাহিলে মই ঘৰলৈ উভতি নাযাওঁ। দূৰৰ পৰা গদাই কৈছিল: ডালিমী তই ঘৰলৈ যাগৈ। মই সোনকালে ঘূৰি আহিম।

সোনকালে ঘূৰি আহিবি কেঁচা সোণ। মই ইয়াতে থাকিম। তই নহালৈকে ইয়াতে বাট চাই থাকিম।—ডালিমীয়ে পাহাৰৰ ওপৰত বহি বহি গদাপাণিলৈ অপেক্ষা কৰিলে। গদা ঘূৰি অহা পলম হ'ল। হায় ডালিমী! ডালিমীৰ হিয়াত স্নেহৰ নিজৰা। ভৈয়ামৰ পৰা গদা নুঘুৰে, ডালিমীয়ে কান্দি উঠিল। চকুত চকুলো।—কেঁচা সোণ! তোক বিচাৰি ময়ো ভৈয়ামলৈ যাওঁগে। ...ডালিমীয়ে পাহাৰৰ ওপৰৰ পৰা জাপ মাৰিলে। নগা পাহাৰ কঁপি উঠিল, ভৈয়ামো কঁপিল। ডালিমী, ডালিমী, ডালিমী নাই। পাহাৰৰ মাজতে ডালিমীৰ চিন নোহোৱা হ'ল।

প্ৰদীপৰ বাপেক বৰুৱাই পুতেকৰ মানসিক অস্থিৰতাৰ কাৰণে চিন্তা কৰিবলৈ ধৰিলে। পুতেকৰ এই অৱস্থা মানসিক চঞ্চলতা বুলিয়েই ধৰি ল'লে। দিনক দিনে প্ৰদীপ চিন্তাশীল, আগতকৈয়ো ধীৰ স্থিৰ। পুতেকৰ চঞ্চল অৱস্থাক স্থিতাৱস্থালৈ আনিবৰ উপায়েৰে বৰুৱাই বিয়াৰ আয়োজন কৰিলে বিহগুৰিৰ উকিলৰ জীয়েকৰ লগত। ডেকা কালত চিন্তাৰ ভাবধাৰা বহুমুখী হয়। প্ৰদীপৰ গভীৰতম চিন্তাৰ উৎস যৌনক্ষুধাৰ চপলা উঁহ বুলি ধৰি ডাঙৰ ভুল এটা কৰিবলৈ ওলাইছিল বৰুৱাই। প্ৰদীপৰ বিয়াৰ আয়োজন কৰিলে। হঠাতে খবৰটো শুনি প্ৰদীপ আচৰিত হৈ যায়। বিয়া! প্ৰদীপৰ বিয়া। উকিলৰ জীয়েক। বিহগুৰিত প্ৰদীপে শুনিছিল উকিলৰ জীয়েকৰ কথা। চপলা চঞ্চলা প্ৰাণৰ হেঁপাহ শতধাৰা হৈ বৈছে উকিলৰ জীয়েকৰ। মৰমীয়ে এদিন তাক কৈছিল উকিলৰ জীয়েকৰ কথা।

"মই বিয়া নকৰাওঁ দেউতা। আয়োজন নকৰিব।"—প্ৰদীপে কাতৰভাৱে বাপেকক মিনতি জনায়। "মোৰ জীৱনৰ উদ্দেশ্য বিয়া কৰোৱাই নহয়, ৰাইজৰ সেৱাহে মোৰ জীৱনৰ উদ্দেশ্য।"

"মই তোৰ বিয়া পাতিছোঁ উপযুক্ত ঠাইত। তই বিয়া কৰাব লাগিব।"

"বিয়া নকৰাওঁ।"

বৰুৱাই খঙত গৰগৰাই উঠিল। টিঙৰ ঘৰটো জনজনাই উঠিল। ৰুম-লাইটটোৰ শুভ্ৰ পোহৰখিনিয়ে ৰুমটোত এটা গভীৰ উত্তেজনা আনি দিয়ে।

"বিয়া নকৰাৰ ?—বৰুৱাই কিছু সময় নিতাল মাৰি থাকিল। চিন্তাকুল স্থিৰ নেত্ৰত বিৰাজে উদ্বেগপূর্ণ প্রচ্ছায়া, উষ্ম নিশ্বাসত ঘৰখন গৰম হৈ উঠে। বৰুৱাই খণ্ডত কৈ উঠিল।

"এজনী বেশ্যাৰ গর্ভজাত ছোৱালীৰ প্রণয়প্রার্থী। ছিঃ ছিঃ। মোৰ সকলো গ'ল। সমাজত মোৰ নাক নাই। এজনী বেশ্যাৰ ছোৱালীৰ প্রেম। কি নীচ। প্রদীপ ··প্রদীপ।" বৰুৱাই খঙেৰে পুতেকক মাতে।

"কি— ।"

"মৰমীক গুৱাহাটীত পঢ়িবলৈ কোনে সুবিধা কৰি দিছে ?"

প্রদীপ নিৰুত্তৰ। বৰুৱাই মৰমীৰ বিষয়ে সকলো কথা শুনিছিল প্রদীপৰ মাহীয়েকৰ মুখৰ পৰা। আৰু যে কিমানবোৰ নোহোৱাক হোৱা কৰা কথা। এৰা! মাহীমাকবোৰ এনেকুৱাই। বৰুৱা খণ্ডত তেনেই ৰঙা পৰি গৈছিল। টেবুলৰ ওপৰত থোৱা চাহ কাপ তাতে চেঁচা হৈ গৈছে।

"মই চিন্তা কৰিব পাৰোঁ দেউতা। মই পগলা নহয়, চঞ্চলো নহয়।" প্রদীপে গম্ভীৰভাৱে উত্তৰ দিয়ে। "সৰুমাৰ হিংসাত্মক প্ৰৰোচনাত আপোনাৰ নিচিনা এজন চিন্তাশীল লোকে যে হঠাতে হিতাহিত জ্ঞান হেৰুৱাব পাৰে মই আগতে ভবা নাছিলোঁ।"

প্রদীপৰ মাহীয়েক ৰন্তায়ো খণ্ডত জ্বলি উঠিল। ভিৰতলৈ সোমাই গৈ চিঠি এখন আনি কয় :—এই চিঠিখন পঢ়ি চা প্রদীপ, উকিলৰ জীয়েকে কি লিখিছে। এজনী বেশ্যাৰ ছোৱালীক মাহে মাহে শ-শ টকা দিছ। কিয় দিছ আৰু কাৰ টকা ?"

"সহায় নথকা এজনী ছোৱালীক সহায় কৰিছোঁ।"

"সহায় নথকা এজনী ছোৱালীক সহায় কৰিছ মাহে শ-শ টকা দি। ছিঃ। ক'বলৈ লাজ লগা নাই। বংশৰ কলঙ্ক, ওলাই যা ঘৰৰ পৰা, তই মোৰ পুত্ৰ নহয়। ননূচেন্স।"—বৰুৱাই টেলিগ্ৰামৰ ফৰম এখন আনি লিখিলে বিহগুৰিৰ উকিললৈ—মেৰেইজ কেন্‌ছেল্‌ড।

"মই ঘৰৰপৰা ওলাই যাম দেউতা। ঘৰৰপৰা ওলাই যোৱাৰ কথা আগতে স্থিৰ কৰিছোঁ কিন্তু এনেদৰে ওলাই যোৱাটো স্থিৰ কৰা নাছিলোঁ। মই আপোনাৰ সম্পত্তিৰ ভাগ ল'লে সৰুমালৈ তাকৰ হ'ব, এয়েতো সৰুমাৰ উদ্দেশ্য। অৱশ্যে সঁচা কথা, সৰুমাৰ তিনিটা ল'ৰাৰ কাৰণে বহুত সম্পত্তি লাগে। দেউতা, দৰিদ্ৰ জনসাধাৰণৰ কেঁচা তেজৰ চেকুৰাপতা সম্পত্তি কাঢ়ি আনি আনি তাৰে আপুনি বান্ধিছে ওখ দোল, তাত বহি আপুনি আত্মশ্লাঘাৰ আত্মহাস্যৰে অন্ধ জনতাক দেখুৱাইছে আপুনি দেশকৰ্ম্মী প্ৰজাৰ দুঃখ মোচনকাৰী। টোপে টোপে দৰিদ্ৰ জনসাধাৰণৰ তেজ শুহি শুহি আপোনালোক হৈছে দেশকৰ্ম্মী আৰু আপোনাৰ নিচিনা ধন-দৌলতৰ উচ্চস্তৰত বহি থকা দেশকৰ্ম্মী সকলে গঢ়িবলৈ ওলাইছে চচিয়েলিষ্টিক পেটাৰ্ণৰ চচাইটি—চৰকাৰ।"

পৃথিবীলৈ সন্ধীয়া নামি আহিছে। দিগন্ত বিয়পি অন্ধকাৰৰ ইঙ্গিত। আকাশত তৰা ওলাইছিল। প্ৰদীপ ভিতৰৰপৰা আহি পুনৰ বাপেকৰ সন্মুখত ৰ'লহি।

"মই ওলালোঁ দেউতা। মই গঢ়িবলৈ ওলাইছোঁ নতুন সমাজ।

আজিৰপৰা আপুনি আৰু আপোনাৰ নিচিনা ধনীশ্ৰেণী মোৰ শত্ৰু। আপোনালোকক দমন কৰি এখন নতুন ভাৰত গঢ়িম। য'ত দুঃখীয়া দৰিদ্ৰৰ শোকৰ বিননি নাথাকিব, য'ত শ্ৰেণী নাথাকিব, তেনে সমাজ গঢ়িবলৈ ওলাইছোঁ। সবগত থকা পৃথিবীৰ মহা-মানৱজনে মোক শক্তি যোগাব।"

বৰুৱাই কিছুসময় প্ৰদীপলৈ চাই আছিল। প্ৰদীপ ওলাই গ'ল। প্ৰদীপ অলপ দূৰ আগবাঢ়োঁতেই বৰুৱাই মাত লগালে। প্ৰদীপে এবাৰ ঘূৰি চাইছিল। ঘূৰি নাহিল। নতুন আলোকত উজ্জ্বলি উঠি প্ৰদীপ আগ বাঢ়িল তাৰ গন্তব্য পথত। নতুন পথৰ যাত্ৰী সি। অসমক দিব সি নতুন পোহৰ, নতুন সন্ধান, নিজস্বৰ এটা প্ৰস্ফুটিত সংকেত।

## ॥ আঠ ॥

কিৰণৰ ঘৰত হঠাতে প্ৰদীপ ওলোৱাহি দেখি অপৰাজিতা আচৰিত হৈছিল। তাৰ অৱস্থাটোৰ বিষয়ে কিৰণ আৰু অপৰাজিতাই ইতিমধ্যে বুজিছিল। 'আমাৰ অসম'ত প্ৰদীপৰ কংগ্ৰেছ ত্যাগৰ বিষয়ে সকলো কথাকে ওলাইছিল। নিৰ্ভীক 'আমাৰ অসমে' কথা ক'বলৈ মুঠেই ভয় নকৰে। 'আমাৰ অসম' জাতীয়তাবাদী। নামত নহয়। জাতীয়তাবাদী নিৰ্ভীক বাতৰি কাকতে টোপনিৰপৰা জগায়, কুৰুক্ষেত্ৰত কৃষ্ণই বজোৱা পাঞ্চজন্য শঙ্খৰ ধ্বনিৰ দৰে বাতৰি কাকতৰ মন্তব্যই জাতিক অনুপ্ৰেৰণা উদগণি দিব পৰাটো কাগজৰ কৃতিত্ব। আত্মসচেতনৰ সংকেত দি জাতিৰ নিৰাপত্যাৰ বাট দেখুৱাই আত্মৰক্ষাৰ সন্ধান যোগাব পাৰিব লাগে বাতৰি কাকতে। নতুন জীৱনৰ আৰু এটা বছৰ তেজপুৰত পাৰ হ'ল প্ৰদীপৰ।

কিৰণৰ ঘৰতে খোপনি লৈ অসমসেৱা সমাজ গঢ়াৰ কামত প্ৰদীপ উঠি পৰি লাগিল। বহুতৰপৰা এই বিষয়ে সহায়ো পালে যথেষ্ট। এবছৰৰ পিছতে সেৱাসমাজ গঢ়ি উঠিল। শ-শ-প্ৰাণ থকা অসমীয়াই সেৱাসমাজত যোগ দি অসমৰ আত্মৰক্ষাৰ আঁচনি তৈয়াৰ কৰিলে। আগতে নিজৰ ঘৰখন ভাল কৰি লোৱা, তাৰ পিছত তোমাৰ গাওঁখন, তাৰ পিছত দেশখনৰ কথা চিন্তা কৰিবা। অসমৰ সকলোকে আহ্বান জনালে প্ৰদীপে সেৱা সমাজত যোগদান কৰিবলৈ। হেজাৰ হেজাৰ লোকে অসম সেৱা

সমাজত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। সেৱাসমাজৰ কাৰ্য্য-পদ্ধতি ৰাইজৰ আগত ডাঙি ধৰিবলৈ এখন আঁচনি তৈয়াৰ হৈ উঠিল। অসমৰ সকলো ঠাইত গঢ়ি উঠা সেৱাসমাজৰ প্ৰতিনিধি লৈ সাধাৰণ অধিবেশন এখন পতাৰো আয়োজন চলিল তেজপুৰ নগৰত।

ৰাতি। প্ৰদীপে সেৱাসমাজৰ আঁচনিখন লৈ কিবা কথা চিন্তা কৰি আছিল। লগত কিৰণ। বাহিৰৰপৰা কোনোবাই মাত লগালে—প্ৰদীপবাবু, প্ৰদীপবাবু। কিৰণে কমৰ দুৱাৰখন খুলি দিলে। নৃপেন। নৃপেন তেজপুৰৰ গণ্য-মান্য বঙালী ভদ্ৰলোক। চকীখন কিৰণে আগবঢ়ালে নৃপেনলৈ, নৃপেনৰ লগত কিছুদিনৰ আগতে চিনা পৰিচয় হৈছিল প্ৰদীপৰ। প্ৰদীপে নৃপেনৰ চকুলৈ এবাৰ চালে।

আপুনি নহা মানুহ আহিল নৃপেনবাবু। কওকচোন কিয়নো আহিল।

আহিছোঁ আপোনাক এবাৰ দেখা কৰি যাওঁ বুলি।

আপুনি দেখিছোঁ ভাল অসমীয়া ক'ব পাৰে নৃপেনবাবু।

নিশ্চয়। অসমীয়া কথা ক'ব নোৱাৰাৰ মানে একো নাই। কিন্তু কথা হ'ল, অসমীয়া জানিলেও ক'বলৈ ইচ্ছা নকৰোঁ—ভাল নালাগে।

...নৃপেনে কথাষাৰ কৈ অলপ হাঁহিলে। নৃপেনৰ কথাত প্ৰদীপৰ বুকু কলিজাটো কঁপি উঠিল এটা অবাঞ্চনীয় অৱহেলাত। কিছুসময় তিনিও নিতাল মাৰি থাকিল।

মোৰ কথাত আপুনি নিশ্চয় বেয়া পাইছে। নহয়নে প্ৰদীপ

বাবু ? বেয়া পাবই। আপুনি জাতীয়তাবাদী লোক। আমি আনৰ লগত কথা পাতোঁতে বঙালী ভাষাতেই পাতোঁ। কিয় জানে ? এটা অনুৰাগ। নিজস্ব হেৰুৱাই বিদেশত খুজি খুজি প্ৰাণ ৰক্ষা কৰা বঙালীসকলে সকলো হেৰুৱালেও নিজৰ ভাষা এৰিব পৰা নাই। নেৰে। আমাৰ ভাষাই দিলে জাতীয় চেতনা, জাতীয় ঐক্য, ভাষাৰ প্ৰতি জাগ্ৰত অনুভূতি। আপুনি চালে দেখিব, বঙালীৰ সাধাৰণ শ্ৰেণীৰ লোকসকলেও নিজৰ ভাষাৰ বাতৰি কাকত কিনি পঢ়ে; অসমত অসমীয়া বাতৰি কাকত পঢ়িলেও তো দেশ বিদেশৰ খবৰ পায়, কিন্তু পঢ়িবলৈ ইচ্ছা নকৰে। কিয় জানে ? অসমীয়া ভাষাক ঘিণ কৰি নহয়—নিজ ভাষাৰ মোহত, সাহিত্যৰ বৰঙণি যোগাবৰ অৰ্থে। মই ক'লে বেয়া নাপাব প্ৰদীপ বাবু, আপোনালোকৰ কিমানজন অসমীয়া লোকে অসমীয়া বাতৰি কাগজ কিনি পঢ়ে ? আলোচনী কাকত কিমান পঢ়ে। আঙ্গুলিত লেখিব পৰা নহয়নে ? আপোনালোকে বঙালী স্কুল পাতিলে বেয়া পায়, কিন্তু আমাৰ লগত আধা-বঙলুৱা কথা ক'বলৈ কিয় বেয়া নাপায় ? পুৰণি অসমৰ কথাবিলাক কিতাপত পঢ়িলে আমাৰ খুউব ভাল লাগে, আমি নিজেই গৌৰৱ কৰোঁ। কিন্তু অসমলৈ আহি অসমৰ অৱস্থা দেখিছোঁ কি হৈছে। অসমৰ বুৰঞ্জী কেইখনৰ বাহিৰে আৰু কিবা আছে বুলি আমি ক'ব নোৱাৰোঁ। ব্ৰহ্মপুত্ৰই গঢ়া খহোৱাদি অসমৰ এফালৰপৰা খহি খহি যাব ধৰিছে আৰু আপোনালোকে বুৰঞ্জীত শীৰ্ষ স্থান পোৱাৰ আশাত সহজ সৰল অস্তৰখন দেখুৱাই হাত সাৰটি আছে। গাৰ

তেজ মাংস কাটি নিলে এষাৰো কথা নোকোৱাকৈ গা পাতি দিয়াক উদাৰ নোবোলে ; ই হৈছে অকৰ্ম্মণ্যতা, কাপুৰুষালী।

নৃপেন বাবু ! আন্ধাৰৰ মাজৰপৰা ওলাই আহিছোঁ পোহৰ বিচাৰি। ঐতিহাসিক পটভূমিৰ পদ চাপ বিচাৰি আহিছোঁ। ইমান দিনে আছিলোঁ অন্ধ। এতিয়া চকু মেল খাইছে।

···কিৰণে ইমান সময় নৃপেনৰ কথা শুনি অবাক হৈ আছিল। নৃপেন কেৱল বেপাৰীয়েই নহয়। জানে বহুত।

আপোনালোকৰ সেৱা সমাজৰ প্ৰথম সভা কেতিয়া বহিব ?

এই মাহৰ ভিতৰতে পাতিবলৈ যত্ন কৰিছোঁ।—

মোৰ কেতিয়াবা দুঃখ লাগে প্ৰদীপ বাবু ! আপোনালোকৰ দেশৰ অৱস্থা দেখি। দেশ এৰি অসমলৈ আহিলোঁ। অসম দেশেই মোৰ মাতৃভূমি, য'ত এমুঠি খাবলৈ পাইছোঁ। অসম কংগ্ৰেছে অসমৰ স্বাৰ্থ ৰক্ষা কৰিব নোৱাৰে প্ৰদীপ বাবু—সাহস নাই। কেৱল কংগ্ৰেছেই নহয় অসমৰ কোনো ৰাজনৈতিক দলেই নোৱাৰে। মই বিদেশী হ'লেও স্বীকাৰ কৰোঁ, অসমক এটা জাতীয় প্ৰতিষ্ঠান লাগে, সিহে অসমক ৰক্ষা কৰিব পাৰিব।

আপুনি সঁচাকৈ মহান নৃপেন বাবু। অসম কেৱল আমাৰে নহয়, ইয়াত বাস কৰা সকলোৰে। আপুনি সেৱা সমাজক সহায় কৰিবনে নৃপেন বাবু ?

সহায় কৰিম প্ৰদীপ বাবু। আপোনাৰ সেৱা সমাজ গঢ়াত বৰ্ত্তমান যিমান টকা লাগে মই দিম। অসমতে টকা ঘটিছোঁ গতিকে অসমৰ মঙ্গলৰ বাবে টকা দিয়াটো মোৰ উচিত। মই

আপোনাৰ নিচিনা এজন মানুহকেই বিচাৰিছিলোঁ। বহুদিনৰ পৰা।

…প্ৰদীপ বহাৰপৰা উঠিগৈ নৃপেনক সাৱটি ধৰিলে। প্ৰদীপে কান্দিলে, ল'ৰা ছোৱালীয়ে কন্দাৰ দৰেই। আনন্দত নে বেজাৰত কোনে জানে। প্ৰদীপৰ কান্দোন শুনি অপৰাজিতা ভিতৰৰপৰা দৌৰি ওলাই আহিল। কিৰণে মাত্ৰ চাই আছিল দৃশ্যটো।…

* * * *

সেৱাসমাজৰ প্ৰথম সভা বহিল তেজপুৰ নগৰত। গোটেই অসমৰপৰা অহা প্ৰতিনিধিয়ে উপচি পৰিছে তেজপুৰ নগৰ। হেন্দোল দোপ, ইটোৱে সিটোক, সিটোৱে ইটোক মুখে মুখে কৈ কৈ কোৱাকুই কৰি কৈ যায় বতৰা, অসমৰ ইমূৰ—সিমূৰ ঃ জনে জনে আহে, জনে জনে কৰে আলোচনা-বিলোচনা, দৰিদ্ৰ জনতাৰ কঁপি উঠে হিয়াৰ আমঠু, ভয়ত নহয়, কাতৰত নহয়, নাই নৈৰাশ্যৰ বিভীষিকা, আনন্দৰ উলাহ মালহ, নতুনৰ সাজোন কাছোন; তেজপুৰ নগৰত হয় প্ৰথম বোধন নৰ-নাৰায়ণৰ। পূৱত উদিত ভানু হিৰণ কিৰণ, উলাহৰ আনন্দ উচ্ছৱ, বাজে পাঞ্চজন্য বিপুল নিনাদে, মুখৰিত হয় পৰ্ব্বতভৈয়াম ঃ খোজত উলাহ, প্ৰাণত উখল-মাখল, মষিমূৰ কৰে ব্যক্তিগত আকাঙ্ক্ষা, জিলিকে গগনমণ্ডল, তৰা-বছা দীপাৱলী বাতি। হেজাৰ হেজাৰ জনতাৰ বিপুল সমদল, নাই লেখ চহকী-দুঃখীয়া, হিন্দু-মুছলমান, দেশী বিদেশী—ৰাজনৈতিক দলেও মনা নাই বিধি

বাধকতা। বিৰাট জনতাক সম্বোধি বক্তৃতা আৰম্ভ কৰিলে নৃপেন বাবুৱে।

স্বদেশ প্ৰাণ অসমীয়া ৰাইজ: মই আজি সকলোকে অসমীয়া বুলি সম্বোধন কৰিছোঁ যিহেতু আপোনালোক সকলো অসমত বাস কৰা লোক। আপোনালোক অসমীয়া, যিসকলে অসমীয়া বুলি চিনাকি দিবলৈ মনে মনে বেয়া পায় তেওঁলোকৰ ওচৰত মোৰ দাবী—তেওঁলোকে অসমীয়া বুলি যেন চিনাকি দিয়ে। এদিন অসমতময়ো আছিলোঁ। বিদেশী কিন্তু এতিয়া মই বিদেশী নহয়। ভগবানৰ ওচৰত আমাৰ আত্মাৰ যি সম্বন্ধ অসমৰ লগতো জীয়াই থকা কালত একে সম্বন্ধ। অসম আজি আগৰ অসম নহয়। এদিন অসমলৈ ভয় কৰিছিল দিল্লীৰ মোগল সম্ৰাটে, এদিন ভয় কৰিছিল সাগৰৰ সিপাৰৰ পৰা ভাৰতবৰ্ষ লবলৈ অহা ইষ্ট ইণ্ডিয়া কোম্পানীয়ে। পৃথিবীৰ ইতিহাসত এনে এটা জাতি নোলাব যি জাতিত সকলো কামতে পাৰ্গত এনে এজন লাচিতৰ দৰে স্বদেশপ্ৰেমী বীৰ আছিল যি একে ঘাপতে দেশৰ কাৰণে মোমায়েকক কাটিব পাৰে, উগ্ৰ জ্বৰৰ গাৰে শত্ৰুৰ ওপৰত জপিয়াই পৰিব পাৰে। কিন্তু আজি অসমত একো নাই। দুৰ্ব্বল অসমীয়া জাতিয়ে দিনে দিনে হেৰুৱাব ধৰিছে সকলো। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিবৰ বাবে তাহানি চিপাহী বিদ্ৰোহৰ কালৰপৰা অসমে যি বৰঙণি যোগালে তাক কোনেও নাপাহৰে আৰু ভাৰতবৰ্ষই স্বাধীনতা পোৱা পিছৰপৰা অসমৰ দুৰৱস্থাৰ সীমা নাই। অসমৰ বুকুৰপৰা মণিপুৰ গ'ল, ত্ৰিপুৰা গ'ল,

কোচবিহাৰ গ'ল আৰু নেফা অঞ্চলো যাও যাও। তথাপি অসমীয়াৰ মুখৰ মাত নাই। অসম চৰকাৰৰ জীউ আছে কেন্দ্ৰীয় চৰকাৰৰ হাতৰ মুঠিত। সংযুক্ত ভাৰতৰ সকলো জাতিক সংলগ্ন কৰি ৰখা জাতীয় সঙ্গীতৰ পৰাও বাদ পৰিছে অসম, এনে এটা অদ্বিতীয় জাতিৰ গৰিমা লোপ পাব ধৰিছে ইদৰে, তথাপি এই জাতিৰ নাই মাত ; ভয়ত নে তন্দ্ৰাত ? কোনোবা প্ৰাণ থকা অসমীয়াই যদি কেতিয়াবা কয় এষাৰ হক কথা, লাগে জগৰ, জাউৰিয়ে জাউৰিয়ে দিয়ে গৰিহণা—অসমীয়াই বিচাৰে কেঁকোৰা গাঁত। অসমত জাতীয় চৰকাৰ গঠন হোৱাৰ পিছতো ই চৰকাৰে অসমীয়া ভাষাক ৰাজ্যভাষা বুলি ঘোষণা কৰিবলৈ ভয় কৰিছে। ভয় কিহৰ ? যি চৰকাৰে অসমৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ ভয় কৰে সেই চৰকাৰ ভাঙ্গি অসমীয়া ৰাইজে পাতক নতুন চৰকাৰ। জাতিৰ তেজ যদি গাত নাথাকে তেন্তে তাক জাতীয় চৰকাৰ বুলি আখ্যা দিয়াৰ মূল্য ক'ত ? দিনে দিনে চুচকুত জিলিকি উঠা পদ-মৰ্য্যাদাৰ উচ্চ আকাঙ্ক্ষাই নিশ্চিহ্ন কৰিছে অসমীয়াৰ স্বদেশৰ মোহ। অসমত বাস কৰা ভগনীয়া আৰু ব্যৱসায়ীসকল অসমীয়া হ'ব লাগিব—তেওঁলোকে অসমৰ ভাষা কৃষ্টি গ্ৰহণ কৰি অসম মাতৃৰ পূজা আৰম্ভ কৰক। অসমে আপোনালোকক খাবলৈ দিছে, পিন্ধিবলৈ দিছে। অসমীয়াৰ বুকুৰ মাজত যেতিয়া আপোনা-লোক সোমাই পৰিব তেতিয়াহে বুজিব অসমীয়াৰ প্ৰাণ কেনে সহানুভূতিশীল, স্নেহশীল। চেনেহৰ নিজৰা চিৰদিন বৈ থাকিলেও অন্ত নহয়। অসম সেৱাসমাজত আপোনালোকে সহযোগ

কৰক। অসমৰ স্বাৰ্থৰক্ষাৰ বাবে আপোনালোকে শান্তিপূৰ্ণ আন্দোলন গঢ়ি তোলক।

বিদেশী হ'লেও নৃপেন বাবু ভাল মানুহ। নৃপেন বাবুৰ কথাই প্ৰত্যেক অসমীয়া আৰু অসমত বাস কৰা বিদেশীসকলৰ অন্তৰ জয় কৰিলে। এনেবোৰ চিন্তাশীল কথা বেপাৰী নৃপেন বাবুৰ অন্তৰত স্তৰে স্তৰে স্তৰীভূত হৈ আছিল। নৃপেন বেপাৰীয়েই নহয়, দেশ সেৱক। নৃপেনৰ বিষয়ে আলোচনা চলিল সভা ঘৰতে সমজুৱাসকলৰ মাজত। সকলোৱে স্বীকাৰ কৰিলে নাই ভেদ নাই জাতি, এক প্ৰাণ এক ধ্যান, অসমক সজাব লাগে নতুন সাজেৰে।

প্ৰদীপে ৰাইজক শুনালে সেৱাসমাজৰ উদ্দেশ্য, ইয়াৰ কৰ্ত্তব্য। জনতাৰ জলধিত সাঁতুৰিছে নাদুৰিছে প্ৰদীপে, বুৰঞ্জীৰ বিশাল পটভূমিয়ে যোগাইছে শক্তি, খণ্ড-বিখণ্ড ভৌগোলিক ৰেখা দৃশ্যমান, ভাষাৰ দুৰৱস্থা, হাহাকাৰ কৰুণ ধ্বনি, পৰ্ব্বতীয়া ভাইক আঁতিৰলৈ নিদিয়ে ভৈয়ামৰ দুবাহু মাজলৈ। ধুনীয়া ধুনীয়া পাহাৰৰ মাজত কতজনী সোমাই আছে বীৰাঙ্গনা—অসমৰ মূলা গাভৰু আৰু কত জেৰেঙাৰ জয়া—সমস্ত দেহৰ শক্তি সঞ্চয় কৰি কিমান আছে লাচিত, কিমান আছে বেজবৰুৱা অসমৰ পাহাৰৰ ওপৰত। হায় অসমীয়া! ই জাতিক কোনে দিব প্ৰাণত চেতনা।···হৰ্ষ ধ্বনি, জয় ধ্বনি উঠে। সভাঘৰ জনৃজনায়। অসমৰ মহা যজ্ঞৰ আৰম্ভনি। পূৰ্ণাহুতি জাগ্ৰত চেতনা···।

## ॥ নয় ॥

সন্ধ্যা নামিছে। কেবাদিনো ধৰি তেজপুৰ নগৰৰ ওচৰ চুবৰীয়া চাহ বাগান কেইখনমানত ঘূৰি ফুৰি সেইদিনা ঘৰলৈ ঘূৰিছিল প্ৰদীপ। বাগানৰ মজদুৰবিলাকৰ মাজত শিক্ষাৰ বাবে কি ব্যৱস্থা আছে তাকে চাই ফুৰিছিল প্ৰদীপে। প্ৰত্যেক বাগানতে প্ৰাইমাৰী স্কুল হৈছে। কিন্তু বয়স্ক মজদুৰ বিলাকক শিক্ষাৰ পোহৰলৈ আনিবলৈ কেনে ব্যৱস্থা ল'ব পাৰি তাৰ চিন্তা কৰি প্ৰদীপে পাইছিল পুথিভঁৰাল স্থাপন কৰাৰ কথাটো। সিহঁতৰ আজৰি সময়খিনি যাতে আনভাৱে কটাব লগা নহয় তাৰ উপায় বিচাৰিছিল সি। চাৰদুৱাৰ বাগানৰ মজদুৰ বস্তিৰ মাজলৈ সি গৈছিল মাত্ৰ সিদিনা। সন্ধ্যা কামৰপৰা আহি ভাত খোৱাৰ আগতে কিছুমানে মদ খাই দিনটোৰ কষ্ট আৰু ঘৰুৱা জীৱনৰ দীনতাখিনি কটায়। চাৰ-দুৱাৰ বাগানৰ মাজেদি যোৱা ৰাস্তাটোৰেদি প্ৰদীপ এদিন গৈ আছিল মজদুৰ বস্তিৰ ফালে। অলপ অলপ আন্ধাৰ। চকুৰে মনিব পৰা অৱস্থা। কোনোবা এটা গুণ গুণাই অহা সি শুনিলে। ৰাস্তাৰ ওপৰতে প্ৰদীপ কিছুসময় থিয়দি থাকিল আগন্তুকৰ অপেক্ষাত।

কোন অ'? আগন্তুকে সোধে। তাৰ কান্ধত এপোলা শুকান খৰি। মানুহটোৱে প্ৰদীপৰ মুখলৈ জুমি চালে। চিনি নাপালে।

ক'ৰপৰা আহিছ বাবু ? সি আকৌ সুধিলে।

তেজপুৰৰপৰা।

ক'লৈ যাবি ?

তহঁতৰ বস্তিৰ ফালেই আহিছোঁ।

মোৰ লগতে আহ। বস্তিৰ সিমুৰে মোৰ ঘৰ।

মানুহটোৰ কথাখিনি বেছ সৰল। প্ৰদীপ গৈ থাকিল তাৰ লগে লগে। বাটত একো কথা নহল। প্ৰদীপেও নাপাতিলে। ঘৰ পায়েই মানুহটোৱে চোতালতে খৰিপোলা পেলাই পোনে পোনে ভিতৰলৈ সোমাই গ'ল। প্ৰদীপ তেতিয়া চোতালতে থিয় দি আছিল। বাহিৰৰ পীৰালিতে মূঢ়া এটা পাৰি দিলে প্ৰদীপক বহিবলৈ। টিমিক-টামাককৈ জ্বলি থকা চাকি এটা আনি চাকিটোৰ মূৰত লাগি থকা এঙাৰটো ভাঙ্গি দি প্ৰদীপৰ মুখখন এবাৰ চালে সি। মুখখন দেখা পালে। চাকিটোৰ পোহৰ নাই। চাকিটো জোকাৰি চালে তেল নাই।

তই অলপ বহ বাবু। মই চাহ আনো। তাৰ পিছতহে কথা হ'ম। প্ৰদীপে সন্মতি জনালে। সি অকলে বহি থাকিল। সেই বস্তিটোত তেতিয়া অলপ অচৰপ গণ্ডগোল হৈছিল। মজদুৰবিলাকে মদ খাই গণ্ডগোল কৰিছে। এনে গণ্ডগোল প্ৰায় হৈ থাকে মজদুৰ বস্তিত। কিছু সময়ৰ পিছত হাতত দুবাটি ফিকা চাহ লৈ মানুহটো ভিতৰৰপৰা ওলাই আহিল। চাহ খা বাবু। চাহৰ বাটি এটা প্ৰদীপলৈ আগবঢ়াই দিলে। প্ৰদীপে চাহ খাই তাৰ কথা ক'বলৈ আৰম্ভ কৰিলে।

"মই আহিছোঁ তহঁতৰ অৱস্থাবোৰ চাবলৈ।"

আমাৰ অৱস্থা কি চাবি। আমি বৰ দুঃখীয়া মানুহ। দিনটো কাম কৰোঁ মাইকীয়ে-মতাই, তথাপি সুখেৰে খাবলৈ নাই।

বাগানৰ মাজতে আমি ব্যস্ত। আমি চিনি পাওঁ বাগানৰ বাবুবোৰক আৰু চাহ গছবোৰক। বাহিৰৰ জগতৰ কথা আমি নাজানো। কেতিয়াবা জিলাৰপৰা ভাল ভাল মানুহ আহে আমাৰ ইয়ালৈ। ভোট দিবলৈ কয়, আমি ভোট দিওঁ, মাইকী-মতা সকলোৱে। সিহঁতে আমাৰ অৱস্থা ভাল হ'ব বুলি কয়। কিন্তু ক'তা? আমি যি গৰিব গৰিবেই। তই তেনেহলে চৰকাৰী মানুহ বাবু?— সি প্ৰদীপক উদ্দেশ্য কৰি কয়।

"মই চৰকাৰী মানুহ নহয়। তহঁতৰ নিচিনা এজন দৰিদ্ৰ মষো। তহঁতৰ দৰে, মোৰ দৰে দৰিদ্ৰশ্ৰেণীৰ হিত সাধিবৰ উপায় বিচাৰি আহিছোঁ। ৰাইজক সেৱা কৰিবলৈ তহঁতে মোক সহায় কৰিব লাগে।"

একদম সহায় কৰিম ভাই।

এজন দুজন কৈ বহুত মজদুৰ আহি তাতে গোট খালেহি। প্ৰদীপে ধীৰে সুস্থিৰে সকলো কথা ক'বলৈ ধৰিলে।

"মষো তহঁতৰ লগৰে এজন দৰিদ্ৰ। তহঁতৰ মজদুৰ শ্ৰেণীক বাগানৰ বৰ চাহাবে সকলো সুবিধা দিব লাগিব। খাবলৈ পিন্ধি-বলৈ জোৰাকৈ কাম কৰাৰ পইচা দিব লাগিব। ল'ৰা ছোৱালীক মানুহ কৰিবলৈ শিক্ষা দিব লাগিব আৰু তহঁতৰ নিচিনা বয়সীয়াবিলাকক আজৰি সময়ত পঢ়িবলৈ পুথিভঁৰাল পাতি দিব

লাগিব। আন আন দেশৰ মজদুৰবিলাক বৰ উন্নত। আমি সকলো একে মানুহ। আমাৰ দেশ স্বাধীন। এই স্বাধীন দেশ খনৰ স্বত্ব সকলোৰে সমান। কোনো চহকী, কোনো দুঃখীয়া হ'ব নোৱাৰে। সেই কাৰণে তহঁতে আন্দোলন কৰিব লাগিব।"

ঠিক কথা কৈছ বাবু। আমি আন্দোলন কৰিম। আমাক মানুহ থকাদি থাকিবলৈ লাগে।—এজনে কৈ উঠিল।

প্ৰদীপৰ কথাবোৰ সকলোৱে বৰ ব্যস্তভাৱে শুনিলে। সকলোৰে অন্তৰত বিদ্ৰোহৰ ভাব এটাই দেখা দিলে। বহুত ৰাতিলৈকে সিহঁতৰ মাজত এইবোৰ কথাকে চলিল। কেবা দিনো ধৰি প্ৰদীপ মজদুৰবিলাকৰ মাজত থাকি সংগঠন কামত লাগিল। মজদুৰৰ মাজত প্ৰদীপ হৈ উঠিল পৃথিবীৰ দেৱতা।

ইথন বাগানৰ পিছত সিখন বাগানত প্ৰদীপে কাম আৰম্ভ কৰিলে দৰিদ্ৰ নাৰায়ণৰ।

* * *

সন্ধ্যা নমাৰ লগে লগে প্ৰদীপ ঘৰ পালেহি। ঘৰ মানে কিৰণৰ ঘৰ। চৰা ঘৰত বহি থকা মৰমীৰ ককাকক দেখা পাই একপ্ৰকাৰ প্ৰদীপ আচৰিত হৈছিল। কিৰণ তেতিয়া ঘৰত নাই। হোটেলত আছিল। অপৰাজিতাই ভিতৰত কিবা কৰিছিল।

"আপুনি কেতিয়া আহিল ?"—প্ৰদীপে থিয়ৈ থিয়ৈ বুঢ়াক সোধে।

"মই কালিয়েই আহিলোঁ বোপা। তোমাক লগ পাবৰ আশা

কৰি আজিও ৰ'লো।"—প্ৰদীপ নিজৰ শোৱাকোঁঠালৈ সোমাই গ'ল।

বুঢ়াক দেখাৰ লগে লগে মৰমীৰ কথা তাৰ মনলৈ আহে। ইমান দিনে মৰমীৰ খবৰ লবলৈ সি আজৰিকে পোৱা নাছিল। অপৰাজিতাই ভিতৰৰ পৰাই মাত দিলে—তাক ভিতৰলৈ সোমাই যাবলৈ ক'লে। প্ৰদীপ ভিতৰলৈ উঠি যায়। একাপ চাহ আৰু দুখনমান ৰুটি তাক খাবলৈ দি ওচৰতে অপৰাজিতা বহি তাৰ মুখলৈ চালে আথে-বেথে।

"কিৰণ ক'লৈ গ'ল?"—প্ৰদীপে সোধে।

"তেখেত দুপৰীয়া যোৱাৰ পৰা অহাই নাই। বোধহয় হোটেলতে আছে। বুঢ়াও আহিল কালিয়েই। আপুনি ঘৰৰ পৰা অহা বাতৰি তেখেতে বোলে সিদিনাহে শুনিছে।"—বুঢ়াৰ অহাৰ বিষয়ে সকলো কথা ক'লে। চাহ খোৱাৰ পিছত প্ৰদীপ বুঢ়াৰ ওচৰলৈ যায় খা-খবৰ লবলৈ।

"বোপা তোমাৰ কথা অহুকাণে-পহুকাণে গৈ সিদিনাহে আমাৰ কাণত পৰিলগৈ।"

"বেজাৰ কৰিব লগা একো নাই দেউতা। বৰঞ্চ আগতকৈ মই সুখী হৈছোঁ। মান-মৰ্য্যাদা, আশা-আকাঙ্ক্ষাৰ মাজৰপৰা ওলাই আহিছোঁ জনসেৱা কৰিবলৈ। বাইজৰ কাতৰ আহ্বান শুনি মই ঘৰত থাকিব নোৱাৰিলোঁ। অসমৰ এই দুৰ্দিনৰ কালত মই ৰক্ষা কৰিব লাগিব।

"হয় বোপা, আমিও তাকেই ভাবো। হৰতাল-ধৰ্ম্মঘট কৰি

কৰি অসম জানো জীয়াই থাকিব পাৰিব। অসমক লাগে নিজস্ব শক্তি। তথাপি নিজৰো এটা সংস্থান লাগে বোপা। মৰমীও সিদিনা গুৱাহাটীৰ পৰা গুছি আহিল। এসপ্তাহমান হৈছে। বোপাৰ অৱস্থাৰ কথা শুনি তাই বাউলী হৈ পৰিছে। তুমি কালিলৈকে এপাক মাৰি আহিব লাগে। তোমাক এদিনমানৰ কাৰণে লৈ যাম বুলিহে আহিলোঁ।"

মৰমীৰ বিষয়ে জানিবলৈ প্ৰদীপৰ কৌতূহল জন্মিল। মৰমী গুৱাহাটীৰ পৰা আহিছে তাৰ খবৰ লবলৈ। বৰ চেনেহী মৰমী। তাইৰ একো কষ্ট হবলৈ প্ৰদীপে দিয়া নাই। তেন্তে তাই কলেজ এৰি গুছি আহিল কিয় ? প্ৰদীপৰ হৈ যোৱা ঘৰুৱা জীৱনৰ কথাবোৰ তাইক জানিবলৈ দিব লাগিছিল। হয়তোবা মৰমীয়ে প্ৰদীপৰ এইবোৰ কথা শুনি দুঃখ পাইছে। তাৰ মনটোৱে উৰা মাৰি মৰমীৰ ওচৰ পায়গৈ। তাৰ ইমান মৰমৰ মৰমী। তাৰ বতৰা পায়েই কান্দি কান্দি গুছি আহিছে গুৱাহাটীৰ পৰা। পিছদিনা বুঢ়া পুৱা বেলাতে ঘৰলৈ গ'ল। ইবেলা প্ৰদীপ যোৱাৰ কথা। বিহগুৰিলৈ যোৱাৰ আশাত তাৰ মনটো বৰ উথল মাথল লাগিল। বহুত দিন মৰমীক দেখা নাই। ধুনীয়া মৰমীজনীৰ কথা জানো সি পাহৰি থাকিব পাৰে। মৰমীক সি পুনৰ কলেজলৈ পঠাব। তাইৰ ওপৰত কিমান আশা। আবেলি চাৰিমান বজাত প্ৰদীপ বিহগুৰিলৈ গ'ল। বিহগুৰিলৈ যোৱাৰ কথা সি কিৰণক কোৱা নাছিল। অপৰাজিতাই জানে। প্ৰদীপ বিহগুৰিলৈ যোৱাৰ কথা অপৰাজিতাই গধূলি কিৰণৰ আগত

ক'লে। বিহগুৰিলৈ যাবলৈ বাধা দিব লাগিছিল বুলিহে কিবাপে অপৰাজিতাক ক'লে। অপৰাজিতাই একো নামাতিলে।. সেই দিনা গধূলিৰ আগে আগে প্ৰদীপ বিহগুৰি পালেগৈ। দিনৰ পোহৰখিনিয়ে ক্ষীনভাৱে পৃথিবীখন পোহৰাই আছিল। ম'টৰৰ পৰা নামি পোনে পোনেই প্ৰদীপে মৰমীহঁতৰ ঘৰলৈ বাট ল'লে। ৰাস্তাৰ পৰা বেছি দূৰ নহয়। মাত্ৰ পথাৰ এখন পাৰ হ'ব লাগে। বাৰিষা অলপ দূৰ যাব লাগে—পথাৰত বোকা পানী হয় কাৰণে। কিন্তু চৰকাৰী ৰাস্তাটো ভালকৈ দেখা পাই মৰমীহঁতৰ ঘৰৰ পৰা।

মৰমী…। চোতাল পোৱাৰ লগে লগে প্ৰদীপে মাত দিয়ে। চিনাকি মাত। মৰমীয়ে ভিতৰৰ পৰাই বুজিলে প্ৰদীপৰ মাত যাব। তাই দৌৰমাৰি বাহিৰ পালেহি। বাহিৰলৈ আহোঁতে কিমান সময় লাগিল তাই গমকে ধৰিব নোৱাৰিলে।

"আপুনি ইমান কষ্ট কিয় দিয়ে দাদা"—মৰমীয়ে অভিযোগ কৰে।

প্ৰদীপে অলপ মাত্ৰ হাঁহিলে। উত্তৰ একো নিদিলে।

ৰাতি ভাত খোৱাৰ পিছত মৰমীয়ে প্ৰদীপক জনালে—তাই আৰু পঢ়িবলৈ নাযায়। প্ৰদীপৰ দুঃখ-কষ্ট সহি গুৱাহাটীত তাই সুখেৰে থাকিব নোৱাৰে। প্ৰদীপে বুজালে বহু কথা।

"তুমি কলেজলৈ যাব লাগিব মৰমী। কলেজৰ শিক্ষা শেষ কৰাৰ পিছত তুমি মোক সহায় কৰিব লাগিব দেশ গঠনত। দেশ গঠনত তোমাৰ পৰা যথেষ্ট সহায় পাম বুলি ভাবিছোঁ। তুমি কলেজলৈ নগলে মোৰ কল্পনা ভাগি যাব।"

"আপোনাক মই অকলে এৰি থাকিব নোৱাৰোঁ দাদা।"— কথাষাৰ কোৱাৰ লগে লগে মৰমী লাজতে ৰঙা পৰি যায়। তলমূৰ কৰি আকৌ কয়ঃ" মই সকলো বুজিলোঁ দাদা। মোৰ কাৰণেই আপোনাৰ অবস্থা আজি এনেকুৱা হ'ল। আপোনাৰ ধাৰ মই জানো পৰিশোধ কৰিব পাৰিম, মোৰ বাবেই দাদা··· ।"

মৰমীয়ে কথা ক'ব নোৱাৰা হৈ যায়। উচুপি উচুপি কান্দিলে। তাইৰ মূৰত হাত বুলাই সান্ত্বনা দিলে প্ৰদীপে।" মোৰ কাৰণে দুঃখ নকৰিবা মৰমী। মই সুখত আছোঁ। দৰিদ্ৰ নাৰায়ণৰ সেৱা, অসম মাতৃৰ সেৱা কৰিবলৈ মই আগবাঢ়িছোঁ। মোৰ আনন্দ। পুৰুষৰ দেহত বল আছে বাবেই সমাজৰ চকুত ধূলি দি পুৰুষ সাৰিব পাৰে। পুৰুষৰ যৌন আকাঙ্ক্ষাই শ-শ নাৰীক ঠগি আহিছে। এটা সহজ কথা। পুৰুষে যৌন উন্মাদনাৰ একেৰি শান্তিৰ বাবে প্ৰলোভন দেখুৱাই নাৰীৰ কাষ চাপে। কিন্তু নাৰীয়ে নাজানে সেই প্ৰলোভনৰ গহ্বৰত কি যে প্ৰবঞ্চনাৰ বুৰ-বুৰণি উঠিব লাগিছে। বৰশীত টোপ দি মাছ ধৰাৰ যি চেষ্টা সেই চেষ্টাকে পুৰুষে কৰি আহিছে নাৰীৰ ওপৰত। কিন্তু সমাজে বিচাৰ নকৰে দোষ কাৰ।"—প্ৰদীপৰ বুজনি মৰমীয়ে শুনে।

পিছদিনা পুৱা প্ৰদীপ তেজপুৰলৈ আহিবলৈ ওলাইছে। মৰমীয়ে সোনকালে গা ধুই আহি প্ৰদীপক চাহ জলপান তৈয়াৰ কৰি দিলে। চাহৰ চৌকাৰ কাষতে প্ৰদীপ, ওচৰত মৰমী। চাহ বাকিছিল মৰমীয়ে। জুইৰ উত্তাপ লাগি মৰমীৰ মুখখন

ৰঙা হৈ পৰিছিল। তাইৰ মেলি থোৱা চুলিকোছাৰ পৰা এটোপ দোটোপ কৰি পানী পৰি আছিল। ধুনীয়া চুলিকোছা। বৰ পুতৌ জন্মে। মাইকী মানুহৰ এটা ডাঙৰ সম্পত্তি। নহয় নো কিয়। চুলি নাথাকিলে জানো মাইকী মানুহৰ সৌন্দর্য্য থাকে। চাহ-জলপান যতনাই দি মৰমীয়ে তামোল কাটিছে। বহু সময় ধৰি প্ৰদীপে মৰমীৰ মুখলৈ চাই আছিল।

"তুমি বৰ ধুনীয়া মৰমী।" প্ৰদীপৰ মৰমসনা কণ্ঠস্বৰ। প্ৰদীপৰ সান্নিধ্যত মৰমীৰ বুকুখন চেনেহৰ উন্মাদনাত কণ কণ কঁপিছিল।

"বাৰু হৈছে, আপুনি মোক ধুনীয়া বুলি প্ৰশংসা কৰিব নালাগে।" মৰমীৰ ভালপোৱা আবেগৰ প্ৰত্যুত্তৰ। মৰমীৰ মেখেলাৰ তল পাৰিটোত মাটিৰ ধূলিথিনি লাগি জিলিকি উঠিছিল।

"মই প্ৰতি সপ্তাহতে আপোনাৰ পৰা চিঠি পাব লাগিব দাদা। আপোনাৰ পৰা চিঠি ঠিক সময়ত নাপালে কিমান যে চিন্তা লাগে আপুনি অকণো ভাবি নাচায়। চিঠিখনতো লিখিব কথা এষাৰ বা দু-আষাৰ।" মৰমীৰ অভিযোগ। প্ৰদীপৰ ওচৰত তাইৰ অভিমানৰ সাৰ্থকতা নিশ্চয় থাকিব লাগিব। অভিমান, অভিযোগ, প্ৰাণৰ আপোনজনৰ ওচৰত কৰা অভি-মানত মৌ বৰষে, মৰমক আৰু প্ৰাণবন্ত কৰি তোলে। প্ৰিয়তমাৰ অভিমানত উপচি পৰে ভাল পোৱাৰ প্ৰাচুৰ্য্য, সৰল প্ৰাণৰ সৰলতা; গিৰীয়েকৰ ওচৰত পতা গপ, একাষাৰ ক'লে মুখ জোকাৰি

দু-আষাৰ কৈ ওকোন্দ পত্ৰাত আছে চেনেহ বাগৰা শান্তিৰ প্ৰশস্তি।

"এতিয়া আৰু স্কুলীয়া বা কলেজৰ ল'ৰাৰ দৰে: হেৰা তোমাক মই বৰ ভাল পাওঁ, তুমি ইমান ধুনীয়া, তোমাৰ সৈতে মোৰ বিয়া নহলে জীৱনেই অসাৰ'—এই দৰে জানো প্ৰেমৰ চিঠি লিখিবলৈ কাল আছে।"—প্ৰদীপৰ ভাল পোৱা প্ৰাণৰ পুলকিত ধ্বনি।

"হৈছে হৈছে, আপোনাক মই প্ৰেমৰ চিঠি লিখিবলৈ কোৱা নাই।" মৰমীয়ে অলপ খং আৰু অভিযোগ কৰিলে। তাইৰ মুখখন ক্ষন্তেকতে গধুৰ হৈ পৰে। প্ৰদীপে তাইৰ নাৰী-সুলভ অৱস্থাটোৰ কথা জানে। অলপ কথাতে মৰমীয়ে বেজাৰ কৰে। আলসুৱা মৰমী। প্ৰদীপে গহীন হৈ ক'লে; সি তাৰ সোঁহাত খনে মৰমীৰ হাত এখনত ধৰি আছিল।

"মৰমী! মই ঘূৰি ফুৰি আহৰি নাপাওঁ। তুমি খা-খবৰ কৰি থাকিবা। জীৱনত সকলো এৰিলোঁ—, ইমানেই আশা, তুমি কাষত থাকিলে নিশ্চয় শান্তি পাম।" প্ৰদীপৰ দুঃখভৰা মুখখন দেখি মৰমীৰ বেজাৰ লাগিল। তাইৰ বুকুখনত যেন কিবা এটা শোকে খুন্দা মাৰি ধৰিছে। প্ৰদীপৰ হাতখন দুহাতেৰে মৰমীয়ে ধৰি আছিল।

"দাদা…।"

"যাওঁ মৰমী।"

"আৰু একাপ চাহ খাওক। মৰমীয়ে চাহ একাপ বাকি

দিয়ে। প্ৰদীপে চাহ খাবলৈ কাপটো ভাঙি লয়। নিজ হাতে মৰমীয়ে তাক চাহ কৰি খুৱাইছে—তাইৰ কিমান আনন্দ। চাহ খোৱাৰ শেষত প্ৰদীপ যাবলৈ ওলাল। ৰাস্তাত ম'টৰৰ শব্দ। প্ৰদীপ ওলাই আহিল যাবলৈ। চকু পানীৰে মৰমীৰ চকু দুটা উপচি পৰিছিল। ৰাস্তাৰ পৰা প্ৰদীপে ঘূৰি চালে। পথাৰ খনৰ সিপাৰে থকা মৰমীহঁতৰ ঘৰখন জিলিকি আছে ৰাস্তাৰ কাষতে। মৰমীয়ে তেতিয়াও দুৱাৰ মুখৰ পৰা প্ৰদীপলৈ চায়েই আছিল।

## ॥ দহ ॥

আৰু এবছৰৰ পিছৰ কথা। প্ৰদীপৰ লগতে অসম সেৱা সমাজৰ গুৰি ধৰিলে নৃপেন বাবু আৰু কিৰণে। নাৰী সমাজৰ উন্নতিৰ হকে আগবাঢ়িল নৃপেনৰ পৰিবাৰ অনুৰাধা আৰু অপৰাজিতা। নাৰীৰ জাগৰণ উঠিল। নাৰীক সকলো প্ৰকাৰৰ শিক্ষা ল'বলৈ সুবিধা দিব লাগে। পুৰুষৰ সমান অধিকাৰ লাগে। নাৰীৰ ওপৰত থকা সমাজৰ হেঙাৰ ভাঙিব লাগে—নাৰী মুক্ত, পৃথিবীৰ বহল বাটত নাৰী ফুৰিব পাৰিব লাগিব নিৰ্ভয়ভাৱে।

"আমাৰ নাৰী সমাজক কেনেকৈ গঢ়িব লাগিব জানে বাইদেউ ?"

"কেনেকৈ ?"—অনুৰাধাই সোধে।

"পুৰুষে নাৰীক ঠগি আহিছে সকলো ক্ষেত্ৰত। পুৰুষ সমাজে নাৰীক ইমান ঠগিছে বৰ আচৰিত। পৈতৃক সম্পত্তি পুত্ৰই পালে জীয়েকেনো নাপাব কিয় ? পৈতৃক সম্পত্তিত পো-জীৰ অধিকাৰ সমান। পুৰুষৰ যেনে যৌন অনুভূতি, যৌন ক্ষুধা আছে নাৰীৰো আছে নিশ্চয়। পুৰুষে যৌন ক্ষুধাৰ নিবৃত্তিৰ বাবে বিচাৰে নাৰীৰ কোমল দেহ কিন্তু তৃষ্ণা দূৰ হলেই অবলা নাৰীৰ ওপৰত পদাঘাত কৰি পুৰুষে দেখুৱায় ভীমৰ বীৰত্ব ঃ সমাজে নাৰীক কৰে পতিতা। কিন্তু পুৰুষ ? পুৰুষ পতিত নহয়, পুৰুষ চিৰ মুক্ত। এয়ে সমাজৰ বিচাৰ। বামুনৰ বিধবা বিবাহ নাই ;

শাস্ত্ৰৰ নিষেধ। বামুন জাতিৰ পুৰুষৰ একাধিক বিবাহ হ'ব পাৰে। বামুন সমাজৰ পুৰুষৰ যৌনক্ষুধা স্বীকাৰ কৰা হৈছে কিন্তু নাৰীৰ যৌনক্ষুধা একেবাৰেই অস্বীকাৰ কৰা হ'ল কিয়? পুৰুষৰ আকাঙ্ক্ষা স্বীকাৰ সমাজৰ ব্যৱস্থা গ্ৰহণ কৰা হ'ল। নাৰী হৈ ৰ'ল পুৰুষৰ হাতৰ পুতলা।"

"এইবিলাক কথা ভাবিলে বৰ দুঃখ লাগে অপৰাজিতা। নাৰী জাতি সঁচাকৈ অন্ধকাৰত পৰি আছে। আমি পোহৰলৈ আনি নতুন সমাজ ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। পুৰণি সমাজ ব্যৱস্থাকে আমি কোনো ৰকমে মানি চলিব নোৱাৰোঁ। এই বিলাকৰ বাহিৰেও আমাৰ ভিতৰুৱা জীৱনত কিছু কিছু হাত দিব লাগিব; নহলে নচলে।"—অনুৰাধাই কয়।

"কেনেবোৰ ক্ষেত্ৰত বাৰু?"—অপৰাজিতাই সোধে।

"বিশেষকৈ চকু দিব লগা হৈছে সন্তান জন্ম দিয়া ক্ষেত্ৰত। সন্তান জন্ম দিয়াই নাৰীৰ কৰ্ত্তব্য নহয়। ইটোৰ পিছত সিটোকৈ যদি সন্তান জন্ম দি থকা হয় তেন্তে ঘৰৰ সমস্যা বাঢ়ি যোৱাৰ লগে লগে দেশৰো সমস্যা বাঢ়ে। জন্ম নিয়ন্ত্ৰণত নাৰীয়ে চকুদিয়া উচিত হ'ব। অধিক সন্তান জন্ম হোৱাৰ ফলত সাধাৰণ শ্ৰেণীৰ ঘৰ এখনৰ গিৰীহঁতজনক সন্তানৰ ভৰণ পোষণৰ চিন্তাত পেপুৱা লগাব লগা হয়। সু-শিক্ষা দি সন্তান গঢ়ি তুলিব নোৱাৰে। গৰ্ভ নিয়ন্ত্ৰণৰ বাবে যাতে যৌন জীৱনলৈ নিৰানন্দ নাহে আৰু যৌন অনুভূতিৰো যাতে নিৰাময় নহয় তাৰ ব্যৱস্থা আছে।"

"সঁচাকৈ বাইদেউ আপোনাৰ কথাত যুক্তি আছে। গৰ্ভ

নিয়ন্ত্ৰণৰ আৱশ্যক হৈছে, ইয়াক সকলোৱে স্বীকাৰ কৰিছে। যদি পত্নীয়ে সহযোগ নকৰে, পতিয়ে চেষ্টা কৰি গৰ্ভনিয়ন্ত্ৰণ কৰাব নোৱাৰে। এই বিষয়ত নাৰীৰ সহযোগ অপৰিহাৰ্য্য। দুঃখীয়া পৰিয়ালৰ ল'ৰা ছোৱালীবিলাকৰ অৱস্থা দেখিলে দুঃখ লাগে। ইফালে খাবলৈ নাই—ঘৰৰ পুৰুষজনে খোৱাৰ যোগানত হাহাকাৰ কৰিব আৰু পৰিবাৰে ইটোৰ পিছত সিটোকৈ সন্তান জন্ম দি ঘৰৰ অৱস্থা বিসঙ্গতি কৰে। তেওঁ নিজৰ জীৱন আৰু ঘৰখনক লৈয়ে ব্যস্ত থাকিব লগা হয়। দেশৰ বাবে এটা কথাও চিন্তা কৰিবলৈ সময় নাপায়। গৰ্ভনিয়ন্ত্ৰণৰ বিষয়ে এইবাৰ আমি মহিলা সমিতিত প্ৰস্তাব এটা লব লাগিব আৰু আৱশ্যকীয় ব্যৱস্থাও গ্ৰহণ কৰিব লাগিব।"

"হেৰা, অপৰাজিতা এটা কথা। বাহিৰত কোনোবা আছে-নেকি এবাৰ চোৱাচোন।" অপৰাজিতাই খোলা দুৱাৰখনেদি বাহিৰলৈ জুমি চালে। বাহিৰত কোনো নাই। অপৰাজিতাই উৎসুকতাৰে অনুৰাধাৰ মুখলৈ চাই ৰ'ল নতুন কথা এটা শুনাৰ অভিপ্ৰায়ে।

"প্ৰদীপ দাদা আৰু মৰমীৰ বিষয়ে তুমি কি জানা? অৱস্থাটো কেনেকুৱা বাৰু? মই আমাৰ তেখেতক এই বিষয়ে সুধিম বুলি কেবাদিনো আলচিছিলোঁ। কিন্তু বন্ধুৰ কথা সুধিলে কিজানি মনত বেয়াই পায়, সেই কাৰণে সোধা নহল। কেতিয়াবা কেতিয়াবা আমাৰ তেখেতে টকাও পঠায় মৰমীলৈ, সুধিলে ইমানকে কয় প্ৰদীপ বাবুৰ পত্নী গুৱাহাটীত পঢ়িছে।"—

"এৰা ! প্ৰদীপ দাদালৈ বেয়া লাগে বাইদেউ। বিষ্ণুবিৰ উকিলৰ কথা বোধকৰোঁ জানে ?

"উঁ— ।"

"তেখেতৰ জীয়েকক দিছিল দাদালৈ। কিন্তু আগৰ পৰাই দাদাই ভাল পায় মৰমীক। উকিলৰ জীয়েকক বিয়া নকৰালে। উকিল আৰু দাদাৰ মাহীয়েক, এই দুয়োৰে বুদ্ধিৰ ফলত দাদাই ঘৰ এৰি আছিল। অৱশ্যে ইয়াৰ ভিতৰত ৰাজনীতিৰ কথাও যথেষ্ট আছে। মৰমীৰ মাক বেশ্যা। সমাজে বেশ্যা বুলিয়েই কয়। মৰমীৰ মাক আছিল বামুনৰ ছোৱালী। বিয়া দিয়াৰ পিছতেই গিৰীয়েক মৰিল। গিৰীয়েকৰ মুখ নেদেখিলে মৰমীৰ মাকে। ইয়াৰ দুবছৰমান পিছতে মৰমীৰ জন্ম হয়। মই কিন্তু দাদাক বাধা দিছিলোঁ—তেখেতে নুশুনে। ছোৱালী জনী ৰূপে-গুণে বেথা লগা। প্ৰদীপ দাদাই ঘৰ এৰি অহাৰ পিছত আমাৰ তেখেতেও টকা পঠায় আৰু আপোনালোকৰ নৃপেন দাদায়ো টকা পঠায় মৰমীয়ে পঢ়িবৰ কাৰণে। দুয়ো-জনেই চকুদিয়ে যাতে প্ৰদীপ দাদাই টকাৰ কাৰণে চিন্তা কৰিব নালাগে।"—কথাবোৰ শুনাৰ পিছত বৰ গহীন হৈ অনু-ৰাধাই ক'লে : মই কেতিয়াবা ভাবো, প্ৰদীপ দাদা মানুহনে দেৱতা। মানুহৰ চৰিত্ৰ যে এনে সজ হব পাৰে এই মই প্ৰথমে জানিছোঁ। মৰমীক দুই এদিনৰ কাৰণে ইয়ালৈ আনিব নোৱাৰিনে অপৰাজিতা ?

"কিয়নো ?"—অপৰাজিতাই সোধে।

"আমিও এবাৰ চোৱাটো নিশ্চয় ভাল হ'ব মৰমীৰ স্বভাৱ চৰিত্ৰ।"

"দাদাইঁত গুৱাহাটীত আছেই। খবৰ দিলে লৈ আহিব পাৰিব। খবৰ পঠামনে কি বাইদেউ ?"

"পঠোৱা।"

"তেন্তে আজিয়েই ওৱাইৰাৰ এখন পঠাম। লাইব্ৰেৰী সন্থৰ অধিবেশন কালিৰ পৰা আৰম্ভ হ'ব। তাত বহু মানুহ গোট খাব। নৃপেন দাদাই যে ইমান সোনকালে লাইব্ৰেৰী আন্দোলন গঢ়ি তুলিলে ভাবি আচৰিত হওঁ। মই প্ৰথমে ভাবিছিলোঁ নৃপেন দাদা বেপাৰী কিন্তু মোৰ ভুল ধাৰণা। তেখেত অসমৰ কল্যাণকামী লোক। অসমলৈ অহা ভগনীয়াবিলাকক যে অসমীয়া কৰিলে কেৱল নৃপেন দাদাৰ যত্নই। নৃপেন দাদা নোহোৱা হ'লে বহুত দিন লাগিলহেঁতেন এই ডাঙৰ কামটো কৰিবলৈ।"

"আমি দেশী-বিদেশী সকলো একেলগে অসম গঢ়িব লাগিব। গোটেই অসমত সেৱা সমাজৰ সুস্থ সংগঠন গঢ়ি অসমক নতুন ৰূপ দিব লাগিব। তাৰ পিছত সেৱা সমাজে থিয় দিব ইলেকছনত। ইয়াৰ আগতে আমাৰ কাম বহুত আছে। জনমত গঢ়িব লাগিব —আন্দোলন কৰিব লাগিব নেফা, মণিপুৰ অসমৰ অবিচ্ছেদ্য অঙ্গ।"

"সঁচা বাইদেউ। অসমৰ প্ৰবল জনমতক কেন্দ্ৰীয় চৰকাৰে উপেক্ষা কৰিব নোৱাৰিব। অসমৰ স্বাৰ্থ ৰক্ষাৰ বাবে সুস্থ জনমত গঢ়ি আমি আন্দোলন কৰিম। অসমৰ জাতীয় চৰকাৰ

চলাবলৈ মানুহ আছে কিন্তু সুবিধা দিয়া নাই। সেই কাৰণে আমি নতুন চৰকাৰ গঢ়িম যি চৰকাৰে অসমজননীৰ বিষণ্ণবদনা মুখত আনন্দৰ বোল সানিব পাৰিব।”—

দুয়োৰে ভিতৰত নানা ধৰণৰ কথা চলিল বহু সময়, দুয়ো দুকাপ চাহ খাই ল’লে। অপৰাজিতাই পুনৰ ক’বলৈ আৰম্ভ কৰিলে: কেন্দ্ৰীয় চৰকাৰে অসমৰ পৰ্ব্বতভৈয়ামৰ মাজত হেৰ্ণ্ডাৰ মাৰিছে বাইদেউ! পৰ্ব্বতৰ লগত যে ভৈয়ামৰ কিমান দিনৰ সম্বন্ধ, সেই বুৰঞ্জীয়ে চুকি নোপোৱা দিনৰ পৰা। পৰ্ব্বতীয়া ভাই সকলৰ ঐকান্তিক ইচ্ছাৰ ওপৰত বাধা দিছে অসমীয়া ভাষা কৃষ্টি গ্ৰহণ কৰা ক্ষেত্ৰত। সিদিনা গোৱালপাৰাখন পশ্চিম বঙ্গই বিচাৰোঁতে চৰকাৰী মানুহ কেইজনে, যাৰ ওপৰত অসমৰ ভবিষ্যত নিৰ্ভৰ কৰে, মুখ ফালি কথা ক’লে বাৰু? তেলশোধনাগাৰ অসমত পাতিব লাগে বুলি কোৱাত অসমৰ ডাঙৰ ডাঙৰ নেতা কেইজন-মানে কি ক’লে জানে বাইদেউ? বিৰোধী দলবিলাকৰ ইলেকছন কেনভাছ, এওঁলোকৰ ব্যক্তিত্ব অসমীয়া ৰাইজে বুজিবলৈ বাকী নাই। জনতাৰ দাবীও উপেক্ষা কৰিবলৈ বিচাৰে এখন গণতন্ত্ৰ দেশত ৰাজপাত খোৱাৰ আশাত্। অসমৰ স্বাৰ্থ ৰক্ষা কৰিব নোৱাৰিলে ওলাই আহিব লাগে—অসমত মানুহ বহুত আছে।”—

অপৰাজিতাই বহাৰ পৰা উঠিগৈ বেৰত লাগি থকা লাইটৰ চুইচ্‌টো টিপি দিলে। ঘৰখন জোনাক হ’ল। অনুৰাধায়ো সেই দিনাৰ কাৰণে বিদায় ল’লে। অপৰাজিতাই অলপ দূৰ অনুৰাধাৰ লগত আহি আগবঢ়াই থলেহি।

কেইদিনমানৰ পিছতে প্ৰদীপহঁত গুৱাহাটীৰ পৰা ঘূৰিল। তিনিউজনৰ মনত আনন্দ। লাইব্ৰেৰী আন্দোলনে সফল লাভ কৰিছে। গাৱেঁ গাৱেঁ সকলোৱে উঠি পৰি লাগিছে লাইব্ৰেৰী পতাত। চৰকাৰেও পাৰে মানে সহায় যোগাইছে। সভা শেষ হোৱাৰ দিনাই কিৰণে অপৰাজিতাৰ পৰা ওৱাইৰ্‌লেছ পাইছিল। প্ৰদীপে প্ৰথমে ওৱাইৰ্‌লেছ কিৰণক নিদি নিজে পঢ়ি চালে। বেয়া বাতৰি নাই। ওৱাইৰ্‌লেছ পঢ়ি প্ৰদীপে ওঁঠ টিপি হাঁহিছিল। মৰমীক লগতে লৈ আহিবলৈ কৈছে অপৰাজিতাই। কিৰণে কথাটোত জোৰ দিলে। গধূলি হোৱাৰ লগে লগে তিনিউ ওলাই গ'ল ছোৱালী হোষ্টেলৰ ফালে। অলপ আগতেহে মাত্ৰ মৰমী সিহঁতৰ ওচৰৰ পৰা হোষ্টেললৈ ঘূৰিছিল। এই কেইদিন মৰমীয়ে সিহঁতক যথেষ্ট সহায় কৰিছে। মৰমীৰ ৰুমত তিনিউ বহিল। চাহ খালে। কথা পাতিলে। সেৱাসমাজৰ লিডাৰ কেইজনক পাই হোষ্টেলৰ ছোৱালীবিলাকে বেৰি ধৰি দেশৰ নানা কথা সুধিলে। কিৰণে ছোৱালীবিলাকক ক'লে: আপোনা লোকে ভৱিষ্যতে আমাৰ দেশখনৰ গুৰি ধৰিব লাগিব। আপোনা লোকে এতিয়াৰ পৰা শক্তি গোটাওক। এখেতক বোধহয় আপোনালোকে চিনিছে নহয় জানো? এখেতেই অসম সেৱা সমাজৰ জন্মদিওঁতা প্ৰদীপ বৰুৱা।—অনুৰাধা আৰু অপৰাজিতাৰ কথাও তাতে ওলাইছিল, ছোৱালীবিলাকে সুধিছিল। সম্বিধান পালে কিৰণৰ পৰাই। অসম সেৱা সমাজৰ অন্য এটা শাখা; যোৰহাটত বহিব লগা অসম নাৰী সমাজৰ অধিবেশনলৈ বোলে বহুত

হোৱালী গুৱাহাটীৰ পৰা যাব, হোৱালীবিলাকে কৈছিল। কিৰণে অপৰাজিতাৰ পৰা পোৱা ওৱাইৱাৰথনৰ বিষয়ে মৰমীক ক'লে আৰু পিছদিনা পুৱাতে ষ্টেচনলৈ ওলাই যাবলৈকো ক'লে। কিৰণহঁত তাৰ পৰা ঘূৰিল। ৰাতি সাতমান বজাত তিনিওজন কুমাৰ ভাস্কৰ নাট্য মন্দিৰলৈ গ'ল। এখন সাধাৰণ আলোচনা সভা বহিল। অসমৰ সকলো ৰাজনৈতিক দলৰ ৰমুৰীয়া সকল সেই আলোচনা সভাত যোগ দিছিল। সকলোৰে মাজত ৰাতি দহমান বজালৈকে আলোচনা চলিল—নগা পাহাৰ, নেফা, কোচ-বিহাৰ, মণিপুৰ, তেলকোম্পানী আৰু অসমীয়া ভাষাৰ সম্বন্ধে। প্ৰদীপে কৈছিল অসমৰ এই সমস্যাবিলাক সমাধান কৰিব লাগিব অসমৰ সকলো ৰাজনৈতিক দলৰ মিলিত শক্তিৰে। আমাৰ ৰাজনৈতিক দলবিলাকৰ কেৱল ৰাজপাট খোৱাৰে উদ্দেশ্য নহৈ দেশৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ আগবাঢ়িব লাগিব। নিজদেশৰ স্বাৰ্থ ৰক্ষাৰ বাবদ যদি সৰ্ব্বভাৰতীয় ৰাজনৈতিক দলৰ আদৰ্শৰ পৰা পিছলি যোৱা বুলি কোনোৱে কয়, তেওঁ নিজে সেই দলৰ পৰা ওলাই আহি যদি নিজ দেশক সেৱা কৰে তেতিয়াহে তেওঁক প্ৰকৃত জনম ভূমিৰ সেৱক বুলি ক'ব পাৰি। কিন্তু তাকে যদি কৰিবলৈ সাহ নকৰে সেইজন লোকে ৰাইজক ভূৱাদি আকাঙ্ক্ষাৰ সোপানৰ খোপে খোপে উঠি নিজক শক্তিমন্ত কৰাৰ বাহিৰে অন্য একো নাই। এইবিলাক বিষয়ত অসম সেৱাসমাজক সকলো প্ৰকাৰে সহায় কৰিব বুলি কংগ্ৰেছৰ বিৰোধী দলবিলাকে কথা দিলে কিন্তু কংগ্ৰেছে কোনো মত প্ৰকাশ নকৰিলে। দেশ যদি নাথাকে

তোমাৰ আদৰ্শ দেখুৱাবা কাক ? এবা ! এইখন দেশতে যোমাইক কাটিছিল লাচিতে ।

মৰমী কেবাদিনো থাকিলহি অপৰাজিতাৰ লগত । কোনো সময়ত অপৰাজিতা আৰু অনুৰাধা দুয়োৱে ধামালিও কৰিলে মৰমীৰ লগত—প্ৰদীপৰ বিষয়ে ইটো সিটো কথা কৈ । কেতিয়াবা কেতিয়াবা মৰমীয়ে সৰু ছোৱালীজনীৰ দৰে গপ পাতে, অপৰাজিতাই নানা ধৰণৰ কথা কৈ কৈ মৰমীক বুজায়, প্ৰদীপৰ সপোনৰ বতৰা দিয়ে । মুখত লাজ আৰু সামান্য খং দেখুৱাই তন্ময়তাৰে নিমগ্নতাৰে শুনি যায় মৰমীয়ে অপৰাজিতাৰ কথাবোৰ, শুনাত তৃপ্তি আছে, প্ৰাণত আকুলতা জাগে । অপৰাজিতাৰ ল'ৰা-এটা জন্ম হ'ল । মৰমী নথকা হ'লে ঘৰখনত বৰ অসুবিধা হ'লহেঁতেন । কিৰণে সহায় পালে মৰমীৰ পৰা বহুখিনি । আনন্দ পালে প্ৰদীপেও মৰমীৰ এনেহেন সহায়তা দেখি, মনে মনে গৌৰৱো কৰিলে । সময় বুজি এদিন অপৰাজিতাই মৰমীক কাষত বহুৱাই বহু কথাকে ক'লে প্ৰদীপ দাদাৰ বিষয়ে । মৰমীয়ে শুনিছিল একান্ত মনে । ইমান দৰদী অপৰাজিতা বাইদেউজনী—মৰমীয়ে মনে মনে ভাবে । এনে তিৰুতা বাৰু কেইজনৰ ভাগ্যত মিলে । মৰমীয়ে অপৰাজিতাক শ্ৰদ্ধা কৰিছিল । অপৰাজিতাৰো যে ইমান মৰম মৰমীৰ প্ৰতি ।

বুজিছা মৰমী, তুমি সোনকালে বি-এ পাছ কৰি আহাঁ । তোমাৰ নিচিনা শিক্ষিতা ছোৱালী আমাক লাগে কাম কৰিবলৈ । নাৰী সমাজত কৰিবলগা কাম বহুত ওলাইছে । আমাক লাগে

হাতে কামে কৰা মানুহ। বহুতে বহুত কথা কাগজে কলমে লিখে, সেইবোৰৰ সাৰ্থকতা নাই। তোমাৰ কাৰণে বহুত কাম মই থৈছোঁ। তুমি বি-এ, দি অহাৰ পিছতে বিয়া পাতিম দেই।—এইবোৰ অপাজিতাৰ কথা। মৰমীয়ে লাজতে তলমূৰ কৰে। মৰমীৰ বুকুত জাগে নতুন এটা পুলক, সপোনৰ প্ৰাণবন্ত সহাঁৰি। কিছুদিনৰ পিছতে মৰমী গুছি যায় পুনৰ গুৱাহাটীলৈ।

॥ এঘাৰ ॥

নৃপেনবাবুৰ ঘৰৰ পৰা ঘূৰি আহি প্ৰদীপ তাৰ কমত সোমাল। কেইখনমান চিঠি লিখিবলৈ সি বহুদিনৰ পৰাই আলচি আছে। আজি চিঠি লিখিব বুলি সি সোনকালে ঘৰলৈ ঘূৰিছিল। এসপ্তাহৰ ভিতৰতে নগাপাহাৰলৈ যোৱাৰ কথা। অসমৰ এনে অৱস্থাত নগাসকলে বিচাৰিছে স্বাধীন ৰাজ্য। অসমৰ বুকুৰ পৰা নগা ৰাইজে ওলাবলৈ বিচাৰিছে। নগাৰাইজৰ মাজত সোমাই প্ৰদীপে অসমৰ অৱস্থাৰ কথা ক'ব। সিহঁতে হয়তো ভৈয়ামৰ ভিতৰুৱা অৱস্থাটোৰ কথা বুজ পোৱা নাই। নগা সকলে নিশ্চয় প্ৰদীপক সহায় কৰিব, পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতি পুনৰ সজীৱ হ'ব। সিহঁত বিদেশী নহয়, অসমৰ পুৰণি বাসিন্দা। কিমান দিনৰ আগৰ পৰা সিহঁতৰ লগত সম্বন্ধ আছে ভৈয়ামৰ: সেই তাহানিৰ ডালিমীৰ দিনৰ পৰা, নহয়—তাতোকৈ আগৰ পৰা বুৰঞ্জীৰ পোহৰ নপৰা দিনৰ আগৰ পৰা। অসমৰ দুঃখৰ কথা জানিলে সবল নগাহঁতে অসমীয়াক বুকুত সাৱটি ল'ব আনন্দৰে। টেবুলৰ ওপৰত কেবা-খনো চিঠি থকা প্ৰদীপে দেখা পালে। চৰকাৰী চিঠিখন তাৰ চকুত আগতে পৰিল। খুলিলে। অসম চৰকাৰৰ শিক্ষা বিভাগৰ পৰা দিছে তালৈ। অসমত লাইব্ৰেৰী আন্দোলন সফলতাৰে গঢ়ি তোলাৰ বাবে ধন্যবাদ জনাইছে আৰু গাওঁবিলাকৰ ঠায়ে ঠায়ে লাইব্ৰেৰী পাতি গাৱঁলীয়া ৰাইজৰ জ্ঞানৰ মান-দণ্ড উন্নত

কৰিবলৈ চেষ্টা কৰাৰ বাবে এসোপা সলাগ : লাইব্ৰেৰীবিলাকত সাহায্য দিয়া সম্বন্ধে এখন আঁচনি বিচাৰিছে, লগতে মহিলা সকলৰ আৱশ্যকীয় কুটীৰ শিল্প, শিশু-মঙ্গল, নাৰী-মঙ্গল আদি উন্নত ধৰণলৈ নিবলৈকো এখন আঁচনি বিচাৰিছে চৰকাৰে। দ্বিতীয়খন চিঠি খুলিলে। ডাকোৱাল বনমালীয়ে দিছে। প্ৰদীপ নোহোৱাৰ বাবে বোলে সি বৰ উকণ্ডা উকণ্ডা পাইছে। সিহঁতৰ দৰ্মহা বাঢ়িব বুলি কোৱা শুনিছে। সি হেনো সদায় মাটিত আঁক পাৰি হিচাপ কৰে নতুন দৰ্মহাৰে তাৰ ঘৰখন চলিবনে নচলে। তৃতীয়খন চিঠি মৰমীৰ। তাইৰ হেনো সদায় মন পৰি থাকে প্ৰদীপলৈ। পঢ়া নহয়েই। লগৰ ছোৱালীবিলাকে হেনো সদায় তাৰ কথাকে কৈ থাকে। সিহঁতে এইবোৰ কথাকৈ বৰ আনন্দ কৰে—হাঁহে। কেতিয়াবা কেতিয়াবা কোনো কোনো-জনীয়ে তাইৰ মূৰত ওৰণিখনো তুলি দিয়ে। আজিকালি বোলে তাইৰ লাজ নালাগে। পেটেপেটে সিহঁতৰ কথাবোৰ শুনি ভাল লাগে। অশান্ত নগাপাহাৰলৈ যাবলৈ মৰমীয়ে বাধা কৰিছে প্ৰদীপক। বাকী কেইখন চিঠি গুৱাহাটী, যোৰহাট আদিৰ পৰা আহিছে। সেৱাসমাজৰ কৰ্ম্মী কেইজনমানে লিখিছে। বৰ্ত্তমান নগাপাহাৰলৈ যাবলৈ তাক মানা কৰিছে। পৰ্ব্বতীয়া ভাই সকলৰ বুকুৰ মৰম নিজৰি নিজৰি বৈ আছে ভৈয়ামলৈ সিহঁতৰ স্নেহৰ অশ্ৰুজল ; জান জুৰি নদ-নদী হৈ বাগৰি আছে ভৈয়ামলৈ, নদীৰ অৱক্ষেপণকাৰ্য্যই সাজে ব-দ্বীপ, সাজে উৰ্ব্বৰা উপত্যকা—লখিমীৰ ভঁৰাল। নগাপাহাৰৰ শ্যাম-ধুনীয়া বিজন

বনত বিহগ-বিহগীৰ বাজে কলকণ্ঠ, কবিৰ লিখনিত ওলায় নতুন ছন্দ। প্ৰদীপে অসমৰ কাৰণে মৰম বিচাৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ পাহাৰে পাহাৰে বগাব—পাহাৰীয়া ভাই-ভনীৰ বুকুত মৰম বিচাৰি, সি পাব চেনেহ, সি পাব আদৰ, সি পাব সাদৰ। পৰ্ব্বত-ভৈয়ামক বান্ধিব একেডাল মৰমৰ ডোলেৰে, এটা মূৰ লৰিলে গোটেই ডাল লৰি উঠিব ঃ এটা বিৰাট অভিন্ন প্ৰাণৰ জাতি ওলাব মাতৃ পূজালৈ। সি নিব মাতৃ পূজাৰ নৈবেদ্য—ফুল-তুলসী ধূপ-দীপ, জ্বলিব বন্তি, জ্বলিব ধূপ। ফুল চন্দনেৰে মাতৃৰ চৰণ উপচি পৰিব। ধূপৰ সুবাস বিয়পি পৰিব ইমূৰসিমূৰ। কেঁচুৰা ল'ৰাটো লৈ অপৰাজিতা সোমাই আহিল প্ৰদীপৰ কমলৈ। ল'ৰাটোৱে হাঁহিব জনা হৈছে। আগ দাঁত দুটা অকণ অকণ গজি ওলাইছে বগা হৈ। প্ৰদীপে পোনাকণক কোঁছত লৈ চু-চুমা খালে। সি হাঁহিলে প্ৰদীপলৈ চাই—মাকে নিবলৈ সি হাত দুখন মেলি দিলে।

ভিতৰলৈ আহক চাহ খাবলৈ। দেশৰ কাম হ'ল বুলিও মানুহ ঘৰলৈ আহিব লাগে নহয় খোৱাৰ সময়ত। অপৰাজিতাই অভিযোগ কৰি কয়। মানুহ এজনী তোমাৰ লগত ৰাখিবলৈ মই কিৰণক কৈছিলোঁ। সি পাহৰিলে হব পায়। তোমাৰ বৰ কষ্ট হৈছে। প্ৰদীপে ক'লে।

মানুহ এজনী মানে—আমাৰ চাকৰণী ? চাকৰ-চাকৰণী ৰাখি শ্ৰেণীহীন সমাজ পতাৰ সপোন দেখিছেনে কি ?

অপৰাজিতাৰ কথাষাৰত প্ৰদীপে অলপ লাজ পালে।

তাৰ মুখখন ৰঙা পৰিল। অপৰাজিতাই প্ৰদীপক হাতত ধৰি ভিতৰলৈ টানি লৈ গ'ল। যাওঁতে ক'লে: আন মানুহ নো কিয় দাদা? এবছৰৰ পিছত মৰমী আহিবই। আমি দুয়োজনীয়ে ঘৰখন চলাব পাৰিম। পিছে মৰমীক যে মই ন-বৌ বুলি মাতিব লাগিব, মোৰ লাজেই লাগিব যেন পাইছোঁ। নাই, মই মৰমী বুলিয়েই মাতিম দেই দাদা। অপৰাজিতাই হাঁহি দিলে। লগতে হাঁহিলে প্ৰদীপেও।

এ সপ্তাহৰ পিছত ওলাল নগাপাহাৰলৈ যাবলৈ। প্ৰদীপে কিৰণক যাবৰ আগদিনা ক'লে: সময় বুজি চাহবাগানবোৰৰ পৰা আহিবি কিৰণ। লাইব্ৰেৰীবিলাক চাবি আৰু বন্ধুৱা বিলাকক সজ উপদেশ দিবি। সেৱা-সমাজৰ দায়িত্ব তহঁতৰ ওপৰত। মই পৰ্ব্বতৰ পৰা ভৈয়ামলৈ কেতিয়া নামো ক'ব নোৱাৰোঁ। হয়তো ঘূৰিবলৈ সময় নাপাবও পাৰোঁ। পৰ্ব্বতীয়া ভাই সকলে আমাৰ লগত সহযোগ কৰিব কিৰণ—নগাই নগা-ৰাজ্যৰ স্বপ্ন এৰি সুজলা সুফলা অসমৰ স্বপ্ন ৰচিব। মৰমীয়ে মোক নগাপাহাৰলৈ যাবলৈ মানা কৰিছিল, তই বুজাই কবি। দুয়ো-জনে সেৱা-সমাজৰ বিষয়ে বহুত কথা পাতিলে। পিছদিনা পুৱা বেলাতে প্ৰদীপ যাত্ৰা কৰিলে নগাপাহাৰলৈ। তাৰ যাত্ৰাত সকলোৱে মঙ্গল কামনা কৰিলে। তাৰ চকুত দিগন্ত ব্যাপি ভাহি উঠিছিল এটা প্ৰাণবন্ত সপোন। নিৰাশৰ নহয়, আশাৰ মূৰ্ত্ত প্ৰবাহ।

  

এমাহ গ'ল। দুমাহৰ ওচৰ চাপিল। প্ৰদীপৰ একো খবৰ নাই। বন্ধু মহলত নিৰাশাৰ প্ৰতিধ্বনি তুলিলে প্ৰদীপৰ সংসাৰৰ প্ৰতি নিৰ্লিপ্ততা আৰু উদাসীনতাই। ককায়েকৰ পৰা কোনো খা-খবৰ নোপোৱাত অপৰাজিতাই বেজাৰ কৰিছে। ভয়ো কৰিলে নগাপাহাৰলৈ গৈ প্ৰদীপৰ হ'লেই বা কি। নগাপাহাৰত হুলস্থুল। স্বাধীন নগাৰাজ্যৰ ধ্বনিয়ে পৰ্ব্বতে পাহাৰে খুন্দা খাই প্ৰতিধ্বনিত হৈ বাতৰি বিয়পি পৰিছে ভাৰতৰ ইমুৰ-সিমুৰ। বৈ বৈ শুনিছে ভৈয়ামৰ জনতাই। নগাৰাজ্যৰ সপোন চঞ্চল তন্দ্ৰালুৰ দিবা স্বপ্ন নহয়। নগাপাহাৰত গুলীৰ শব্দ—পাহাৰ কঁপিছে, ৰক্তক্ষৰা সংগ্ৰামত নগাপাহাৰৰ হৃদয় বিদীৰ্ণ—ক্ষুব্ধ জনতা। মাটিৰ বুকুত কেঁচা তেজৰ চেকুৰা। প্ৰদীপ,—প্ৰদীপ অসমৰ একেটি মঙ্গলকামী, পাহাৰীয়া ভাইৰ বুকুৰ চেনেহ বিচাৰি গৈছিল সেউজীয়া পাহাৰৰ মাজলৈ। কোনে জানে প্ৰদীপৰ মুক্ত আত্মাই মুক্ত আকাশত কিহৰ সপোন ৰচিছে সুখৰনে দুঃখৰ।

নগাপাহাৰ
চোংচি গাওঁ

কিৰণ।

ভৈয়ামৰ পৰা অহা তিনিমাহৰ ওচৰ চাপিল। ইমান দিনে মই একো খবৰ লিখিব পৰা নাই। মই মৰিলোঁ বুলি তইঁতে নিশ্চয় ভাবিছ। ভবাৰো যুক্তি আছে। নমৰিলোঁ। এতিয়া নমৰো। কিন্তু আগতে জীয়াই থকাৰ আশা মুঠেই নাছিল। মানুহ পৃথিবীলৈ সহজভাৱেই আহে, সহজভাৱেই গুছি যায়।

ঈশ্বৰৰ এটা নিয়ম মাথোন—পুৰুষ স্ত্ৰীৰ দৈহিক মিলন, মানুহৰ জন্ম, সেইদৰেই সহজে মৃত্যু। মানুহৰ মৃত্যুত বেজাৰ কিয় লাগে মই নাজানো। বাৰু আগতে তোক সুধিছোঁ, অপৰাজিতাৰ কথা। অপৰাজিতা নিশ্চয় ভালে আছে। পোনাটোৰো ভাল নহয়নে? তাৰ ছাগৈ দুটা এটা মাত ফুটিছে, আগলৈ সি মোক দেখিলে চিনি নোপোৱা হ'ব। নৃপেনবাবুৰ কেনে? যোৰহাটত বহা নাৰী সমাজৰ অধিবেশনলৈ কোন কোন গৈছিল? তইঁত থাকোঁতে মোৰ চিন্তা কৰিব লগা একো নাই। মই ইয়াত একো খা-খবৰ নাপাওঁ। সেৱাসমাজৰ কাম দ্ৰুত গতিৰে চলিছে বুলিয়েই মই ভাবিছোঁ। নিশ্চয় চলিছে।

এতিয়া মোৰ কথা। কহিমাত কেবাদিনো থাকিলোঁ, কহিমাৰ ডি-চি য়ে তেওঁৰ নিজৰ বঙলাতে মোক থাকিবলৈ দিছিল। কহিমাত সেই কেইদিন থাকি ভাল পালোঁ। ধুনীয়া পৃথিবীৰ সেউজীয়া টিলাটো বৰ ধুনীয়া। পাহাৰৰ ওপৰত ভৈয়ামৰ বাস্তৱ বেদনাৰ চেপা নাই। নগা সমস্যা, অসমৰ সমস্যা আৰু পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিৰ বিষয়ে ডি-চি শইকীয়াৰ লগত মই আলোচনা কৰিলোঁ এদিন ধৰি। তেওঁলোকে মানা কৰিলে ক্ষুব্ধ নগাপাহাৰৰ মাজত সোমাবলৈ। মই ক'লোঁ, শইকীয়া—পৃথিবীৰ এটা শক্তিশালী জাতিৰ আগ্নেয় অস্ত্ৰৰ সম্মুখত নিৰ্ভীকভাৱে থিয় দি সেই জাতিটোক খেদি পঠাইছিল ভাৰতৰ পৰা। অহিংসা আৰু প্ৰীতিৰ সান্নিধ্যত হিংসাৰ ফিৰিঙতি উঠিব নোৱাৰে। মোৰ বিশ্বাস মই নগাৰ লগত পৰ্ব্বত-ভৈয়ামৰ সম্বন্ধ পুনৰ স্থাপন কৰিব

পাৰিম, নগাসকলক মই ঘূৰাই আনিম আমাৰ অসম দেশ গঢ়িবলৈ। সিহঁত নিশ্চয় ঘূৰিব, নগাৰাজ্যৰ দাবী এৰি অসমক সাৱটি ল'ব। দুই এদিনৰ পিছতে যাত্ৰা কৰিলোঁ কহিমাৰ পৰা। সেইদিনা দিনটো খোজ কাঢ়িছোঁ পাহাৰৰ ওপৰে ওপৰে। অশান্ত পাহাৰক শান্ত কৰিবলৈ অহা পাহাৰৰ ওপৰত থকা মিলিটাৰীৰ তম্বুবিলাক মোৰ চকুত পৰিল। লাহে লাহে পাহাৰলৈ নামি আহিল দিনান্তৰ ক্লান্ত সন্ধিয়া। বৰ ভাগৰ লাগিছিল গোটেই দিনটো খোজ কাঢ়ি কাঢ়ি। এখন গাওঁ পালোঁহি। আমাৰ গাওঁবিলাকৰ দৰে নহয়। গাঁৱৰ মানুহবিলাকে একে ঠাইতে বহি কথা পাতিছিল। মাইকীবিলাকেও ওচৰতে বহি সিহঁতৰ আলোচনাবোৰ শুনিছিল একান্ত মনে। মোক দেখা পাই মানুহবোৰ আচৰিত হ'ল। মিলিটাৰীৰ নিচিনা দেখা হ'লে মোক হয়তো তেতিয়াই কাটিলেহেঁতেন টুকুৰা টুকৰ কৰি। সিহঁতৰ ক্ৰুদ্ধ দৃষ্টি দেখি মোক তেতিয়াই কাটিব বুলি ভাবিছিলোঁ। দুজন নগা উঠি আহি মোৰ হাতত ধৰিলে আৰু আন মানুহৰ মাজলৈ লৈ গ'ল। সকলোৱে মোক বেৰি ধৰিলে। মোক কাটিব। অলপ পিছতে এটা নগাই আনবিলাকক দোৱানেৰে কিবাকিবি ক'লে। মই নুবুজিলোঁ। সিহঁতে কোৱা শব্দ এটা মই বুজিছিলোঁ, সেইটো হৈছে—'অচম'। তাৰ মানে মই অসমীয়া মানুহ বুলি সিহঁতে বুজিলে। সেইখন গাঁৱৰ বহুত মানুহেই অসমীয়া জানে। ভৈয়ামলৈ আগতে অহা যোৱা কৰিছিল। কঁপাহ, কচু, জলকীয়া আদি সিহঁতে বেচিবলৈ যায় ভৈয়ামলৈ। মই ভোক আৰু ভাগৰত মাটিৰ

ওপৰতে শুই পৰিলোঁ। নগাইঁতে মোৰ মূৰটো ডাঙি ধৰিলে। এজন নগাই মোক সুধিলে: 'এই মিতুৰ বাত খাবি, পানী খাবি।' মই মূৰটো জুপিয়াই সম্মতি জনালোঁ। ভৈয়ামলৈ গ'লে নগা-বিলাকে ভৈয়ামৰ মানুহক 'মিতুৰ' (মিত্তিৰ) বুলি মাতে—অসমীয়াইও মাতে মিতুৰ বুলি। কেনে আপোন সম্বন্ধ—তেজ মঙহৰ সম্বন্ধৰ দৰে। সিহঁতৰ পুতৌ সনা মুখবোৰ মোৰ এতিয়াও মনত আছে। সিহঁতে মোক খাবলৈ দিলে। মই খালোঁ। পিছত কিছু সময় তাতে জিৰণি ললোঁ। তাৰ পিছত এটা দুটাকৈ সিহঁতৰ মন বুজি মোৰ কথা ক'বলৈ আৰম্ভ কৰিলোঁ। সিহঁতে মোৰ কথাবোৰ বুজিবলৈ চেষ্টা কৰিলে। সিহঁতৰ ভিতৰৰ এজনে ক'লে: তই ভৈয়ামৰ পৰা আহিছ, ভৈয়ামৰ মানুহৰ লগত আমাৰ একো বেয়াভাব নাই। সিহঁতক আমি বৰ ভাল পাওঁ। ভৈয়ামৰ মানুহক লগ পালে আমাৰ বৰ আপোন আপোন লাগে। সিহঁত আমাৰ ইয়ালৈ নাহে আমাক বেয়া পায় বুলি। আমি বিদ্ৰোহ কৰিছোঁ, আমি অকলে অকলে পাহাৰত থাকিম। তাৰ কথাত মই বৰ আঘাত পালোঁ। সৰল প্ৰাণৰ কথা। মই কান্দিলোঁ। সিহঁতে মোক মৰম কৰিলে। ৰাতিটো তাতে থাকিলোঁ। কেৱল এটা ৰাতিয়েই নহয়, তাত থাকিলোঁ কেবাদিনো। সিহঁতে মোক সিহঁতৰ ডাঙৰ ডাঙৰ নেতাসকলৰ ওচৰলৈ যাবলৈ ক'লে। নেতাসকলে যি কয় তাকে হ'ব। বিদ্ৰোহৰ কেন্দ্ৰ ঠাই চোংচি। চোংচিলৈ তাৰ পৰা এদিনৰ বাট যাব লাগে। তাতেহে সকলো নেতাক লগ পাব পৰা হ'ব।

চোংচিলৈ অন্য মানুহ যোৱাৰ নিষেধ। সি আলোচনাৰ কেন্দ্ৰ। এদিন চোংচিলৈ যাবলৈ ওলালোঁ। মোৰ লগত সেই গাৱঁৰ বহুতো ওলাল চোংচিলৈ যাবলৈ। মই অকলে গ'লে ঘটনা বিষম হ'ব বুলি। চোংচিত দেখিলোঁ বিৰাট কাৰবাৰ। চোংচি কেবাটাও পাহাৰৰ মাজত থকা এখন ঠাই। তাতে নগা ৰাজ্যৰ প্ৰভূত যা-যোগাৰ। এদিন লগ কৰিবৰ সুবিধা হ'ল নগানেতা সকলক বহু যত্ন কৰি একে লগে। মোৰ কথা প্ৰথমতে তেওঁ-লোকে শুনিবৰ ইচ্ছা নকৰিছিল। নগা ৰাজ্যৰ দাবীৰ সম্বন্ধে তেওঁলোকে যুক্তি দিলে—ভাৰত গণৰাজ্যৰ আদৰ্শত তেওঁলোকৰ যুক্তি অৰ্ব্বাচীন বুলিয়েই ভাবিলোঁ। কেজনমান নেতাই মোৰ কথাবোৰ মনদি শুনিছিল। মোৰ কথা তেওঁলোকে চিন্তা কৰি চালে কেবাদিনো। তাৰ পিছত আমাৰ আলোচনা চলিল কেবা-দিনো। মোৰ নিৰ্ভয় অৱস্থা অহাত মোৰ লগত অহা নগাকেইজনক গাৱঁলৈ পঠাই দিলোঁ। মই ঘূৰি যাওঁতে সিহঁতৰ গাৱঁত থাকি যাম বুলি প্ৰতিশ্ৰুতি দিলোঁ। নগানেতা আৰু নগানেত্ৰীসকলৰ লগত মোৰ আলোচনা চলিল। তেওঁলোকে কৈছিল : অসমৰ অৱস্থা সঁচাকৈ দুঃখ লগা। ব্ৰহ্মপুত্ৰৰ গৰা খহাৰ দৰে অসমৰ গৰাও খহিছে দিনে দিনে। অসম সেৱাসমাজৰ কথা বোলে তেওঁলোকে ইতিমধ্যে শুনিছে, তেওঁলোকে আনন্দ প্ৰকাশ কৰি সেৱাসমাজলৈ শুভেচ্ছা জনালে। তেওঁলোকে কৈছিল : অসমে যদি জাতীয়বাদী চৰকাৰ গঠন নকৰে তেন্তে অসমৰ অৱস্থা নিশ্চয় ইয়াতকৈয়ো শোক লগা হ'ব। মন্ত্ৰী সভা আৰু বিধান সভাত

যদি নিৰ্ভীক মানুহ নোসোমাই, অসমৰ অধঃপতন আছে। কিন্তু কথা হ'ল, এনেবিলাক লোকক যে সুবিধা নিদিয়ে হয়তোবা বহুতৰ আকাঙ্ক্ষা পৰিপূৰণত ব্যাঘাত জন্মিব। দেশ গৌৰৱৰ কথা এৰি, আত্মগৌৰৱ আত্মতুষ্টিৰ হেঁপাহ এটা আমাৰ মানুহৰ মাজত সোমাইছে। ই আপদীয়া—অমঙ্গলজনক। তেওঁবিলাকে আৰু কৈছিল: ভৈয়ামৰ লগত নগাপাহাৰৰ তেজমঙহৰ সম্বন্ধ আছে। কিন্তু সম্বন্ধৰ সূত্ৰত মৰম যাচিবলৈ কোনেও নিবিচাৰে। এইবোৰ সকলো কথা তোলৈ লিখিব নোৱাৰি। তই পঢ়িবলৈ সময় নাপাবি। ভৈয়ামলৈ যদি কেতিয়াবা নামিব পাৰোঁ ক'ম বাকী তেতিয়া। বুজিবি, জনমভূমি দ্বিখণ্ডিত হোৱাৰ পৰিণাম মই কৈছোঁ উদাহৰণ কুৰুপাণ্ডৱৰ যুদ্ধ, ভাৰত আৰু পাকিস্তানৰ বিবাদ। সপ্তম দিনা তেওঁলোকে ক'লে, তেওঁলোক হেনো এই বিষয়ত একে মত হ'ব পৰা নাই। ৰাজহুৱা সভাই এই বিষয়ে ঘোষণা কৰিব লাগিব। ৰাজহুৱা সভা বহিব এই মাহৰ ভিতৰতে। মই এতিয়া নগানেতা সকলৰ লগত ব্যক্তিগতভাৱে আলোচনা কৰিছোঁ, মোক সহায় কৰিবলৈ ওলাইছে এগৰাকী সুশিক্ষিতা নগা-জীয়ৰী অসমৰ সুযোগ্যা সেৱিকা। এওঁক মই নাম দিছোঁ মূলা গাভৰু। এওঁৰ ঘৰতে মই আছোঁ। ৰাজহুৱা সভাখনত নগাপাহাৰৰ সকলো প্ৰজা গোট খাব। যদি লাভজনক সিদ্ধান্তলৈ আহিব পৰা নহয় তেন্তে তইঁতক আৰু মই দেখা নাপাম, মোৰ আত্মাই অসমৰ পাহাৰ-ভৈয়ামৰ মুক্ত আকাশত উৰি ফুৰিব, শান্তিত নহয়—অশান্তিত, বাঙ্ময় আকাঙ্ক্ষাৰ পুলক সানি মোৰ

জীয়াটো থাকিব অসমৰ বুকুত। ভৈয়ামত পূৰ্ণ উদ্যমেৰে কাম চলাবি সেৱাসমাজৰ। ইতিমধ্যে আমাৰ আঁচনিৰ সংগঠনমূলক কামবিলাক যাতে পূৰ্ণ উদ্যমেৰে কৰা হয়। তাৰ বাবে শান্তি আৰু অহিংসাৰে আন্দোলন চলাবি। হৰতাল, ধৰ্ম্মঘট কৰি কৰি কিমানদিন জীয়াই থাকিবি? ভগনীয়াৰ সোঁত বন্ধ কৰিবৰ কাৰণে, নেফা, অসম তেল কোম্পানী, ৰেইলওৱে আৰু পোষ্টেল আদিত যাতে যোগ্যতা অনুসৰি অসমীয়া মানুহে প্ৰথম সুবিধা পায়, ইয়ো এটা আন্দোলন। অসমীয়া ভাষাক শীঘ্ৰে ৰাজ্য ভাষা কৰিবৰ কাৰণে গোটেই অসম জুৰি আৰু এটা আন্দোলন লাগে। নগাপাহাৰৰ বিষয়ে সু-মিমাংসা হৈ যোৱাৰ পিছত নেফা অঞ্চললৈ যাম। তাত কিমানদিন লাগে ক'ব নোৱাৰি। আৰু নাই। মৰমীৰ বাবে চকু দিবলৈ অপৰাজিতাক ক'বি।

ইতি—

তোহঁতৰ

প্ৰদীপ

কিৰণ হোটেলত থাকোঁতেই চিঠিখন পালে। চিঠিখন পঢ়িয়েই লৰালৰিকৈ নৃপেন বাবুৰ ওচৰলৈ গৈ সকলো কথা জনালে। প্ৰদীপৰ বাতৰিৰ বাবে উদ্বিগ্ন হৈ থকা নৃপেন আৰু তেওঁৰ পৰিবাৰ অনুৰাধাই আনন্দ পালে। দুগুণ উৎসাহেৰে সেৱা সমাজৰ কামত লাগিবলৈ উৎসাহ পালে। নৃপেনৰ ঘৰৰ পৰা কিৰণ ঘৰলৈ আহিল। অপৰাজিতাই ল'ৰাটো কোঁছতলৈ পিছফালৰ বাৰাণ্ডাত বহি তাক বাৰ্লি খুৱাইছিল। ল'ৰাটোৱে

মাকৰ কোলাত আনন্দত গুণ গুণ শব্দ কৰি লোডোৰ-পোডোৰ হৈ ভৰি দুখন মাৰি অপৰাজিতাৰ বুকুৰ চাদৰখন খহাই নিছিল। ব্লাউজৰ বুতামৰ কাষেদি ওলাও নোলাও কৈ ওলোৱা বুকুৰ কোনোবা একণ অংশ চিকিমিকি কৈ কিৰণে দেখা পালে সোমাই আহিয়েই। কিয় জানো পুৰুষৰ দুষ্ট চকুহালে নাৰী দেহ দৰ্শনত অপাৰ পৰিতুষ্ট হয়। কিৰণ সোমাই অহা দেখিয়েই অপৰাজিতাই বুকুৰ পৰা খহিযোৱা চাদৰখন উঠাই ল'বলৈ চেষ্টা কৰিলে। কিৰণে অপৰাজিতাৰ কাষতে চকীখনত বহি ক'লে—থাওকচোন দিয়া চাদৰখন সেইদৰেই; বৰ ভাল দেখি। অপৰাজিতাই ওঁঠ দুখন বেঁকা কৰি চকুত সামান্য ক্ৰোধৰ সংকেত দেখুৱাই অসম্মতি জনালে। খঙত নহয় ভাল পোৱাৰ বিপুল খলকণিত। কিৰণে অপৰাজিতাৰ হাতত প্ৰদীপৰ চিঠিখন দিলে। চিঠিখন পঢ়ি নোঁ চাওঁতেই অপৰাজিতাই উৎসুকতাৰে সুধিলে: দাদাই ভাল বুলি লিখিছেনে? কিৰণে মূৰ জোকাৰিলে। ল'ৰাটোৰ মুখখন ধুৱাই দি কিৰণৰ কোঁছত দিলে আৰু চিঠিখন পঢ়িবলৈ ব্যস্ত হৈ পৰিল অপৰাজিতা। বাহিৰত কোনোবা এজনৰ মাত শুনি কিৰণ ওলাই যায়। বাজৰ কোঁঠাটোত মানুহ এজন থিয় হৈ আছে। মানুহজনৰ হাতত এটা ফাইল। কিৰণে চকীখন আগবঢ়াই দি আগন্তুকক বহিবলৈ কয়। কিৰণ পুনৰ ভিতৰলৈ সোমাই গৈ অপৰাজিতাৰ হাতত ল'ৰাটো দিলে আৰু আলহীৰ কাৰণে তামোল এখন কাটিবলৈ ক'লে। আলহীজনৰ কাষতে কিৰণ বহি কথা হ'ল।

"আপোনাক মই চিনা নাই। অনুগ্ৰহ কৰি ক'বনে কোন খিনিৰ পৰা আহিছে ?"

"মই আহিছোঁ গুৱাহাটীৰ পৰা আপোনাক বিচাৰিয়েই।"

"মোক বিচাৰি ?"

"হয়।"

"কিয় ?"

"সেৱা সমাজৰ সম্পাদক বোধ হয় আপুনিয়েই ?"

"অৱশ্যে মই সম্পাদক নহয় যদিও এই সম্বন্ধে কিবা বতৰা বিচাৰিলে মই দিব পাৰিম।"

"ধন্যবাদ।"

কিৰণে এবাৰ আগন্তুকৰ মুখলৈ চালে। অনুমান, বাতৰি কাকতৰ মানুহ নিশ্চয় হ'ব। অপৰাজিতাই তামোল আনিবলৈ মাতিলে। কিৰণে তামোল আনি আলহীক খাবলৈ দিলে।

"মোৰ পৰিচয়ৰ কাৰণে আপুনি নিশ্চয় অপেক্ষা কৰিছে। মই বাতৰি কাকতৰ সংবাদ দাতা।" —আগন্তুকে ক'লে।

"মোৰো অনুমান নিশ্চয় ভুল নহল। কোন কাকতত কাম কৰে ?"

"আমাৰ অসম।"

'আমাৰ অসম' নামটো শুনিয়েই কিৰণৰ সৰ্ব্বাঙ্গ পুলকিত হৈ পৰিল। 'আমাৰ অসম' অসমীয়া ৰাইজৰ বুকুৰ কলিজা, হিয়াৰ দেহলাউ। অসমত মাত্ৰ এইখন কাগজেই আছে যি নিৰ্ভীকভাৱে দু-আষাৰ কথা ক'ব পাৰে, অসমৰ স্বাৰ্থৰ-হকে যুঁজ

কথাকৈ উদগণি দিব পাৰে। পাঞ্চজন্যৰ বিপুল নিনাদ বাজে আমাৰ অসমৰ বাতৰি বোকোছাত, থমকি থমকি ৰয়, ভাগে দিবা স্বপ্ন, মুৰুলীধ্বনিত দূৰ হয় অলসতা, জাগে মোহ জনমে জনমে জনম হোৱা জনমভূমিখনলৈ।

"প্ৰদীপ বৰুৱাৰ খবৰ কি পাইছে।"

"তিনিমাহৰ মূৰত আজি এখন চিঠি পাইছোঁ।" কিৰণে চিঠিখন ভিতৰৰ পৰা আনি সাংবাদিকজনৰ হাতত দিলে।

"চিঠিখন মই লৈ যাম। পিছত বাৰু আপোনালৈ পঠাই দিম।"

"কিৰণে সম্মতি দিলে।"

"বৰ্ত্তমান সেৱাসমাজৰ সম্পাদকৰ চাৰ্জত কোন আছে বুলি ক'লে ?"

"ডাঃ নৃপেন বেনাৰ্জ্জী।"

"নৃপেন বেনাৰ্জ্জী ?"

"আপুনি দেখোন আচৰিত হৈ গৈছে।"

"এৰা।"

"অসম জাতীয় প্ৰতিষ্ঠান এটাৰ গুৰি বঙালী এজনে ধৰাত নিশ্চয় আপুনি সন্দেহ কৰিছে। নহয় জানো ?"

"হয়।"

"আপোনাৰ ধাৰণা ভুল বুলি নকওঁ। অসমত থকা বঙালী সকলৰ মনোভাৱ আমি আগৰ পৰা পাই আহিছোঁ। অসমতো বৃহৎ বঙলা পতাৰ সপোন তেওঁলোকে দেখে। কিন্তু অসম

সেৱাসমাজৰ নৃপেনৰ ৰবঙণি যথেষ্ট আছে। তেওঁৰ যত্নতে অসমৰ বঙালীসকলে সকলো প্ৰকাৰে অসমীয়াৰ লগত মিলিবলৈ যত্ন কৰিছে। কেৱল যত্নই নহয়, এইটোও বুজিছে যে অসমত থাকি যদি অসমৰ নীতি-নিয়ম গ্ৰহণ কৰা নহয় তেন্তে অসমীয়াৰ মৰমৰ পৰা বঞ্চিত হ'ব লাগিব। আমি আশা কৰিছোঁ নৃপেনৰ নেতৃত্বই অসমৰ পমুৱা বঙালীক নতুন ৰূপদি অসমীয়া বৃহৎ জাতি এটা গঠন কৰাত সহায় কৰিব। নৃপেনৰ লগত আপুনি দু-আষাৰ কথা পাতিলে সকলো বুজিব। তেওঁ বঙালী হ'লেও কোনোবা একালত অসমীয়া হৈ জন্ম লৈছিল।"

"আপোনাৰ সেৱাসমাজে বৰ্ত্তমান নতুন পৰিকল্পনা গ্ৰহণ কৰিছেনে কি?"

"পৰিকল্পনা মানে—আমাৰ প্ৰথম পাঁচ বছৰ সম্পূৰ্ণ সংগঠন আৰু ৰাইজৰ সেৱাতে ব্যস্ত থাকিব লগা হৈছে। এই পাঁচ বছৰত আমি পৰ্ব্বত-ভৈয়ামৰ মাজত সম্পূৰ্ণ সম্বন্ধ স্থাপন কৰিব লাগিব লগে লগে ৰাইজক আমি বুজ দিবলৈ চেষ্টা কৰিছোঁ ৰাজনীতি, সমাজ-নীতি, অৰ্থনীতি আদিৰ বিষয়ে। আমাৰ কৰ্ম্মীবিলাকে গাৱেঁ গাৱেঁ সোমাই ৰাইজক সেৱা কৰিছে; পুথি ভঁৰালবিলাকৰ যোগেদিয়েই আমি গাৱঁৰ সংগঠন আৰু অভাৱ অভিযোগবিলাক দূৰ কৰিবলৈ সুবিধা পাইছোঁ। সেৱাসমাজে চাৰি বছৰত ভৰি দিছে—ৰাইজৰ পৰা আদৰ পাইছোঁহক যথেষ্ট। আশা, দহ বছৰৰ ভিতৰত আমি ৰাইজৰ পৰা সম্পূৰ্ণ সহানুভূতি পাম। প্ৰথম পাঁচ বছৰত ৰাইজৰ মাজত কৰিব লগা সংগঠন আৰু সেৱাৰ কাৰ্য্য

খিনি শেষ হ'লেই দ্বিতীয় পাঁচ বছৰত সম্পূৰ্ণ ৰাজনীতিৰ কথা চলিব।"

"ধন্যবাদ। মোক ক্ষমা কৰিব—যদি আপোনালোকে শাসন ভাৰ গ্ৰহণ কৰি ৰাইজ আৰু দেশক পাহৰিবলৈ যত্ন কৰে ?"

"আমাৰ আদৰ্শ প্ৰদীপকুমাৰ বৰুৱা। আমাৰ শাসন কাৰ্য্যত যদি ৰাইজ বিতুষ্ট হয় অথবা দেশৰ স্বাৰ্থও ৰক্ষা কৰিব নোৱাৰোঁহক তেতিয়া আমি ওলাই আহিম আৰু যদি আমি কৰ্ত্তব্য পাহৰোঁ, দেশক পাহৰোঁ, আত্ম তুষ্টত যদি ব্যস্ত থাকোঁ তেতিয়া ভগবানৰ কোপ দৃষ্টি আৰু ৰাইজৰ শাও লাগি আমি অচিন বেমাৰত মৰিম।"

"মেনি থেঙ্কচ্। সেৱা সমাজ অসমীয়া ৰাইজৰ দেহ লাউ।"

সাংবাদিক জনে কিৰণক কৰমৰ্দ্দন কৰি যাবলৈ উঠিল।

"নৃপেন বাবুক এবাৰ লগ কৰিব পৰা সুবিধা আছেনে কি ?

"নিশ্চয়।"

অপৰাজিতাই চাহৰ বাতৰি দিলে। কিৰণে চাহ আনি আলহীক দিলে। নিজেও একাপ খাবলৈ ল'লে। চাহ খোৱাৰ পিছত দুয়োজন নৃপেনৰ ঘৰলৈ ওলাই গ'ল।

আমাৰ অসমত প্ৰকাশ হ'ল প্ৰদীপে নগাপাহাৰৰ পৰা কিৰণলৈ দিয়া চিঠি "ধুনীয়া পাহাৰৰ মৰমৰ বোকোছা"। ৰাইজে আগ্ৰহেৰে পঢ়িলে—সেৱা সমাজৰ কৰ্ম্মীসকলে অনুপ্ৰেৰণা পালে, নতুন উদ্যমেৰে লাগিল সেৱা সমাজৰ কামত।

## ॥ বাৰ ॥

সেৱাসমাজৰ এখন ৰাজহুৱা সভা যোৰহাটত কিছুদিনৰ আগতে হৈ গ'ল মহা সমাৰোহেৰে। এইখন সভাৰ গুৰুত্ব যথেষ্ট আছিল। অসমৰ সমস্যাসমূহৰ সমাধানৰ বাবে শান্তিপূৰ্ণ আন্দোলন সমগ্ৰ অসম জুৰি কৰিবলৈ আৰু সত্যাগ্ৰহ আদি কৰিবলৈকো প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। অসমৰ ডাঙৰ ডাঙৰ নগৰ-চহৰত বাসকৰা ন-পুৰণি বঙালী সকলে সেৱাসমাজত সহযোগ কৰিলে। সৰু সৰু কিছুমান ঠাইত বাসকৰা কিছুমান ভগনীয়াই অসমীয়াৰ লগত সহযোগ কৰা নাছিল। নৃপেনে সেই সেই অঞ্চলবিলাকত ফুৰি সংগঠনৰ ব্যৱস্থা হাতত ল'লে। যোৰহাটৰ পৰা বাহিৰে বাহিৰে নৃপেন ৰাওণা হ'ল ডিবুৰুগড়েদি উঃ লক্ষ্মীমপুৰলৈ। তাত এদিন সভা বহিল সেৱা সমাজৰ শাখা প্ৰতিষ্ঠা কৰিবৰ কাৰণে। নৃপেনে ৰাইজক বুজালে সেৱাসমাজৰ উদ্দেশ্য আৰু অসমত বাসকৰা বঙালী সকলৰ অসমৰ প্ৰতি কৰ্ত্তব্য কি। বঙালী-অসমীয়া মিলি অভিনন্দন জনালে নৃপেন বাবুক। নৃপেনৰ বিষয়ে বহুতে কোৱা মেলা কৰিলে: বৰ আমাৰণ মানুহ, কথা-বাৰ্ত্তা আৰু পিন্ধনত কোনেও বঙালী বুলি ক'ব নোৱাৰে। গধূলি পাব্লিক ক্লাবত নগৰৰ গণ্য-মান্য লোক সকল গোট খালে। চাহ-মেলৰো আয়োজন হ'ল। নগৰৰ মুখীয়াল অবিষয়াৰ সকলো

যোগ দিলে। অনুমান গধূলি ছয় বাজিবৰ হৈছে। হয়, ছয়েই বাজিছে। নৃপেন্ অহাৰ লগে লগে হৰেণ ফুকন উঠি গৈ চকীখন আগবঢ়াই দি ক'লে: বহুন, বহুন। ফুকন নগৰৰ গণ্য-মান্য লোক। বহুত টকা, সাসম্পত্তি আছে তাতে কংগ্ৰেছৰ মানুহ বুলিও খ্যাত। নৃপেনে নৌ-বহোঁতেই ফুকনৰ ভৰিৰ পৰা মূৰলৈকে এবাৰ চালে। হয় নৃপেনৰ ভুল হোৱা নাই। ফুকন অসমীয়া মানুহেই হ'ব নিশ্চয়। নৃপেন বহিয়েই ফুকনক সুধিলে: আপুনি বোধকৰো অসমীয়া মানুহ, মোৰ অনুমান ভুল নহব। ফুকনে ইতঃস্তত কৰি ক'লে: আপোনাৰ অনুমান ঠিকেই হৈছে।

"মই এনে তেলদিয়া কাৰবাৰ বৰ ঘৃণা কৰোঁ ফুকন ডাঙৰীয়া। সত্য কথা বা নায্য প্ৰাপ্য বস্তু এটাৰ বাবে যেনেকৈ অসমীয়াই কাৰোবাৰ ভয়ত মুখ ফালি এষাৰ কথা ক'ব নোৱাৰাৰ ব্যাধি এটা অসমত চলিছে সেই দৰে তেল দিয়াটোও এটা ডাঙৰ ব্যাধি। এই ব্যাধিয়ে দেশক ধ্বংসৰ পথলৈ নিছে। অসম সেৱাসমাজৰ কৰ্ম্মী হিচাপে মই আপোনালোকৰ মাজলৈ আহিছোঁ; অসমীয়া জাতিৰ কাৰণে, অসমীয়া ভাষাৰ কাৰণে তেজক পানী কৰিছোঁ আৰু আপুনি মোক ভালাৰ লগাবলৈ যত্ন কৰিছে বঙলা কথা কৈ। মই নিজে বঙালী আছিলোঁ, জন্ম আছিল বঙ্গদেশত কিন্তু এতিয়া থাকোঁ অসমত আৰু মই অসমীয়া। মোক মাফ কৰিব ফুকন, বঙলা কথা মই অসমত নকওঁ। প্ৰদীপ বৰুৱাই নিজৰ অজস্ৰ ধন সম্পত্তি, পদ-মৰ্য্যাদা এৰি অসমৰ স্বাৰ্থৰ হকে নিজৰ প্ৰাণৰ মমতা এৰি পাহাৰে পাহাৰে বগাইছে, ভাগিযোৱা

অসমীয়া জাতি এটাৰ পুনৰ সংগঠনৰ বাবে আৰু আপোনালোকে কিহৰ সপোন দেখিছে নাজানো।” নৃপেনৰ কথাত সকলো তলকা মাৰিলে। ফুকনে সেমেনা সেমেনি কৰিলে। নৃপেনে আকৌ আৰম্ভ কৰিলে ক'বলৈ।

“নিজৰ জাতিৰ কথা পাহৰি যাব নাপায়। আমি কথা ক'বলৈ ভয় নকৰোঁ। সেই কাৰণে অসমৰ নেতা মহলে আমাক ভাল নাপাবও পাৰে। কিন্তু সত্যৰ জয় আছে। নিজৰ স্বাৰ্থ এৰি দেশৰ কাৰণে চিন্তা কৰা মানুহ কম। তেল শোধনাগাৰৰ আন্দোলন চলিল, নেতা মহলে মন্তব্য দিলে বিৰোধী দলবিলাকৰ ভোটৰ কেনভাছ্। দুৰ্ব্বল নেতাৰ অপৈনত মন্তব্য। ইয়াক আদৰ্শবাদী বুলি ক'বনে দুৰ্ব্বলবাদী বুলি ক'ব?”

...স্কুলীয়া ল'ৰা কেইজনমানে মেজৰ ওপৰত চাহ মিঠাই সজাই দিলে। নৃপেনে নেতৃস্থানীয় লোকসকলক নমস্কাৰ জনালে। চাহ খোৱাৰ পিছত সেৱা সমাজৰ সম্বন্ধে আৰু আলোচনা চলিল। ইতিমধ্যে বহুত বঙালী ভগনীয়া আহি ভৰি পৰিল নৃপেনক লগ ধৰিবলৈ। নৃপেনে তেওঁলোকৰ প্ৰতিবেদন শুনি হাঁহি হাঁহি ক'লে: মই আপোনালোকৰ কথা বুজিছোঁ। মোৰ পৰা একো পোৱাৰ আশা নকৰিব। মই একো দিব নোৱাৰোঁ। যি ঠাইত আপোনালোকে বাস কৰিছে সেই ঠাইৰ নেতা সকলকহে ক'ব লাগে অভাৱ অভিযোগৰ কথা। অসম চৰকাৰে আপোনালোকক আৰু কি দি সহায় কৰিব পাৰে বাৰু? অসম চৰকাৰে আপোনা লোকক যেনে সহায় দিছে মোৰ বিশ্বাস কোনো ৰাজ্যিক চৰকাৰে

এইদৰে সহায় কৰিব নোৱাৰে। আপোনালোকৰ প্ৰতিবেদন চাই মই সকলো বুজিলোঁ। আপোনালোকৰ পৃথক মনোভাব এতিয়াও দূৰ নহল। বৰ দুখ লগা কথা। নিজ দেশৰ পৰা খেদা খাই আহি অসমত সোমাই জীৱন ৰক্ষা কৰিছে আৰু সপোন দেখিছে বৃহৎ বঙলাৰ। আপোনালোকক লাগে পৃথক বঙালী স্কুল আৰু নানা প্ৰতিষ্ঠান। কিয় অসমীয়া স্কুলত পঢ়িলে আপোনালোকৰ ল'ৰা-ছোৱালীয়ে শিক্ষা নাপাব নেকি? ৰিফিউজি, ৰিফিউজি বুলি এই হীন মনোভাব লৈ অসমত থাকিবলৈ আহিছে। মোৰ দাবী, যদি আপোনালোকে অসমীয়াৰ লগত মিলিবলৈ বিচাৰে, অসমত এমুঠি খাই জী থাকিবলৈ বিচাৰে তেন্তে মোৰ নিচিনাকৈ অসমীয়া হ'ব লাগিব আৰু অসমীয়া ভাষা কৃষ্টি গ্ৰহণ কৰিব লাগিব। যদি তাকে নকৰে তেতিয়া অসমীয়াৰ পৰা মৰম নাপাব। মই যেনেকৈ অসমক আপোন কৰি লৈছোঁ আপোনালোকেও লওক, তেতিয়া দেখিব অসমীয়াই বুকুৰ কেঁচা তেজ দি আপোনালোকক ৰক্ষা কৰিব। যদি আপোনালোকে অসমীয়াৰ লগত মিলিবলৈ চেষ্টা নকৰে তেন্তে মহাত্মা গান্ধীৰ আৰ্হিৰে আপোনালোকৰ লগত সম্পূৰ্ণ অসহযোগ কৰিব অসমীয়া ৰাইজে। তাকে যদি নকৰে, আপোনালোকে অসম এৰি গ'লে অসমীয়া ৰাইজে আনন্দ পাব।...নৃপেনৰ উত্তেজনাপূৰ্ণ কথাত চাৰিউফালৰ পৰা হাত চাপৰি পৰিল। বহুত বঙালীলোক সেই ৰাতিৰ ভিতৰতে সেৱা সমাজৰ সভ্য হ'ল। কেবাজনো বণিকে সেৱা সমাজলৈ ধনৰ টোপোলা আগবঢ়ালে। ৰাতি ছুপৰলৈকে

এই সম্বন্ধে কথা পাতি পিছদিনা পুৱাতে নৃপেন ম'টৰত উঠিল তেজপুৰৰ অভিমুখে বিহপুৰীয়া হৈ। বিহপুৰীয়াৰ সেৱা সমাজৰ কৰ্ম্মীবৃন্দই নৃপেনক অভিনন্দন জনালে। উঃ লক্ষীমপুৰ—তেজপুৰৰ খলা-বমা-ৰাস্তাৰ ওপৰে চৰকাৰী ট্ৰেন্সপৰ্ট আগুৱাই যায় তেজপুৰলৈ

*　　*　　*　　*

মৰমীৰ মনত চিন্তা বাঢ়িছে আজি কেবা মাহমো পৰা। নগাপাহাৰলৈ প্ৰদীপ গ'ল। ছমাহৰ ওচৰ চাপিল। প্ৰদীপে কোনো খা-খবৰকে মৰমীলৈ নপঠালে। এনেকৈ দেশৰ কামত লাগি থাকি তাইলৈ পাহৰি যোৱা কথা মৰমীৰ অসহ্য হৈ উঠিছিল। কিন্তু আৱশ্যকীয় সহায়ৰ পৰা মৰমী বঞ্চিতা হোৱা নাছিল। অপৰাজিতাই যথেষ্ট মন দিছিল মৰমীলৈ। পঢ়াৰ খৰছৰ বাবে মৰমীয়ে টকা পায় কেতিয়াবা নৃপেনৰ পৰা কেতিয়াবা কিৰণৰ পৰা। এইবিলাকে জানো তাইৰ মনত সন্তোষ দিব পাৰে। ভালপোৱাৰে অন্তৰ ভৰি থাকিলেও প্ৰদীপৰ বাহ্যিক উদাসিনতাই মৰমীক আঘাত দিলে খুউব বেছিকৈ। মৰমীৰ খোৱাত অৰুচি, চকুত চকুলো। প্ৰণয়ৰ অন্তৰানলত হয়তো ব্যৰ্থতাৰ ফিৰিঙতি। মিচিচিপিৰ পাৰত বহি ৰচা জীৱনৰ দীৰ্ঘতম সপোন হেৰাই যায় আকৌ মিচিচিপিৰ বুকুত। মৰমীয়ে সেইদিনা দুপৰীয়া শুই এইবোৰ কথাকে ভাবি আছিল। টেবুলৰ ওপৰত থকা ঘড়ীটোলৈ চালে। তেতিয়া চাৰি বাজিছে। তাই শোৱাৰ পৰা উঠি হাত-মুখ ধুই আহিল। একাপ চাহ খাই লৈ

কাষৰ ৰূমটোত কেবাজনীও ছোৱালীৰ মাজত কথা বতৰা চলি থকা শুনি মৰমীও তালৈকে গ'ল। তেওঁলোকৰ মাজত কথা চলিছিল নতুনকৈ অহা প্ৰফেচাৰ চলিহাৰ সম্বন্ধে। বৰ ধুনীয়া চলিহা জন। বয়স কোমল। চহকী মানুহৰ ল'ৰা। চলিহা মৰম লগা ডেকা। মুখখন পুষ্ট। চকু দুটাত হেঁপাহৰ কৌতূহল।

"চলিহা চাৰ প্ৰেমত পৰিছেনে বাৰু?" ছোৱালী এজনীয়ে প্ৰশ্ন কৰে অন্য এজনীক। সকলোৱে হাঁহিলে।

"সুধিবিচোন অঞ্জলি, চলিহা চাৰক এই কথাটো। প্ৰেমত পৰা নাই যদিও এবাৰ পৰি চাওক তোৰ প্ৰেমতে।" যৌন আবেগৰ লঘু কথাৰ হাস্য ৰসৰে ৰূমটো ভৰি পৰিল।

"প্ৰেমত নপৰা মানুহ কম। প্ৰেম মানে দৈহীক মিলনৰ বাঞ্ছাটোকে প্ৰেম বুলি কোৱা নাই। কিছুমান প্ৰেম বৰ সস্তা। সেইবুলি আমাৰ মৰমীৰ প্ৰেমৰ কথা উল্লেখ কৰা নাই। সস্তা প্ৰেমৰ গ্ৰাহকো বহুত।"

"শুন অঞ্জলি, তোৰ অলপ ভুল হৈছে। ডাঃ ফ্ৰয়দৰ মতে প্ৰেমৰ চৰম আকাঙ্ক্ষা দৈহীক মিলন। নহলে প্ৰেমৰ সাৰ্থকতা ক'ত?"

"তহঁতৰ আন কথা নাই। কোনে কাক ভাল পালে, কোন কাৰ প্ৰেমত পৰিল, কোনে কালৈ গোপনে চিঠি দিয়ে—এই বোৰেই তহঁতৰ কথা।"—মৰমীয়ে ক'লে।

"বাৰু হৈছে। উপদেশ দিব নালাগে। নীল নদীৰ উপত্যকা যে পলসৰে ভৰা সকলোৱে জানে নহলে ইজিপ্ত দেশ মৰুভূমি

হ'লহেঁতেন। পিছে ক্লাচত চলিহা চাৰে লেক্‌চাৰ দিওঁতে দেখোন চকু দুটা তোৰ ওপৰতহে থাকে। নিজৰ এঘণ্টা কাল লেকচাৰ দিয়ো আনবো ঘণ্টাৰ আধা নিয়ায়। যিদিনা মৰমী অনুপস্থিত হয় ক্লাচত সেইদিনা চলিহা চাৰবো'মুৰ কামোৰে, মন মাৰি ক'মন ৰুমত বহি থাকেগৈ।"...সকলোৱে গিৰজনি মাৰি হাঁহি কৈ উঠিল —নতুন এড্‌ভেন্‌চাৰ।

"পিছে মৰমী, তোক আজি নেৰিছোঁ। চাহ খুৱাব লাগিব ভাই। চলিহাৰ নিচিনা ধুনীয়া প্ৰেমিক এজন পাইছ—চাহ নুখুৱালে নেৰিম।...চলিহা চাৰ, বাঃ কেনে ধুনীয়া।"—অঞ্জলিয়ে মৰমীৰ হাতখনত ধৰি কৈ উঠিল। মৰমীয়ে মুখত থং দেখুৱাই তাৰ পৰা ওলাই যায়।

"কথাটো সঁচানে কি অঞ্জলি ?"

"সঁচা।"

"তেন্তে মৰমীয়ে ভুল কৰিছে। প্ৰদীপ বৰুৱাই বিয়া কৰোৱাৰ কথা আছিল নহয় ?"

"কথা আছিল। মৰমীক এতিয়ালৈকে পঢ়ুৱাইছেও। কিন্তু কথা হ'ল মৰমীৰ প্ৰাণে বিচাৰিছে ৰংচঙীয়া ডেকা এজনক। গতিকে চলিহা চাৰৰ লগত বিয়া হ'বই। এইদৰে সৰল মানুহ এটাক ঠগিলে মৰমীৰ ভবিষ্যতে সুখ নহব। প্ৰদীপৰ নিচিনা মানুহ কেইজনীৰ ভাগ্যত মিলে। মৰমীৰ জন্মৰ কথাও মিলি লগা।"

## ॥ তেৰ ॥

নগাপাহাৰৰ খবৰ। সন্ধিয়া নমাৰ পূৰ্ব্ব মুহূৰ্ত্ত। পাহাৰৰ ওপৰৰ স্বাভাবিক শীতল বতাহৰ কোমল পৰশ। পাহাৰৰ ওপৰৰ গছ-গছনিবোৰৰ ওপৰত নীলিমাৰ বোল। অনুচ্চ পাহাৰ এটাৰ ওপৰত বহি চাই থাকে ভৈয়ামৰ ফালে প্ৰদীপে। লগত মূলা।

"কালি কহিমাৰ পৰা ঘূৰাৰ পিছৰ পৰা আপোনাৰ অস্বাভাবিক পৰিবৰ্ত্তন এটা মই লক্ষ্য কৰিছোঁ মূলা।"—প্ৰদীপে ওচৰতে বহি থকা মূলাক সোধে। মূলা নগাৰ ছোৱালী। শিক্ষিতা। স্বাধীন নগা ৰাজ্যৰ দাবী কৰা নেতা-নেত্ৰী সকলৰ ভিতৰৰে এগৰাকী নেত্ৰী মূলা। মূলা গাভৰু নামটো প্ৰদীপে দিছে। মূলাৰ চেষ্টাত বহুত নগা নেতাই নগা ৰাজ্যৰ দাবী এৰি অসম জাতীয় সেৱা সমাজত সোমাইছে। নগা বিদ্ৰোহৰ সাম কাটিলে বহুতো। নগাপাহাৰত প্ৰতিষ্ঠা হোৱা সেৱা সমাজৰ শাখাটোৰ পৰিচালনাৰ ভাৰ ল'লে এই নগা ছোৱালী গৰাকীয়ে। নগা বিদ্ৰোহৰ এগৰাকী বিখ্যাত নায়িকা হৈ তেওঁ প্ৰদীপৰ কথা বোৰত ঘূৰি আহিল পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিৰ মাজলৈ। সেই কাৰণেই প্ৰদীপে অসম বুৰঞ্জীৰ বীৰাঙ্গনা জগতৰ প্ৰসিদ্ধ নাম এটা নগা ছোৱালী গৰাকীক দিয়ে। এওঁ অসমৰ বৰ্ত্তমান মূলা-গাভৰু। নগা পাহাৰৰ বিদ্ৰোহ দোমোজাৰ মাজত পৰিছিল বহুত দিন। ঐতিহাসিক পটভূমিৰ প্ৰদীপৰ অকাট্য যুক্তিবোৰ নগানেতাসকলে

মানি লৈছিল। কিছুলোক এই বিষয়ে নিৰুত্তৰ আছিল। নগা-বিদ্রোহে এই কিমাহৰ ভিতৰতে বহু সাম কাটিলে। সেৱা সমাজৰ যোগেদি নগা গাওঁবিলাকত প্ৰদীপে মূলাক লগত লৈ জনকল্যাণ কামত হাত দিলে। গাওঁবিলাকৰ অৱস্থা উন্নত কৰাত সহায় কৰিলে। জনসাধাৰণৰ মাজত শিক্ষা প্ৰচাৰৰ বাবে স্কুল আৰু পুথি ভঁৰাল স্থাপন কৰি ৰাইজৰ প্ৰিয়পাত্ৰ হোৱাৰ লগে লগে প্ৰদীপৰ প্ৰতি আকৰ্ষণো বাঢ়িল। নগা ৰাইজে পালে এজন কৰ্ম্মী। দিনে ৰাতিয়ে গাঁৱে গাঁৱে ৰাইজৰ কামতে ঘূৰি ফুৰে প্ৰদীপ। গাওঁবিলাকত সেৱা সমাজৰ বাতৰি দিলে। নগা ৰাইজৰ মাজত প্ৰদীপ হ'ল দেৱতা—। প্ৰদীপ যিখন ভৈয়ামৰ মানুহ সেই ভৈয়াম পৰ্ব্বতৰ সৈতে হ'ব এক। সৰল সহজ নগা ৰাইজৰ মন্তব্য। ভৈয়ামৰ লগত সম্প্ৰীতিৰ সূচনাই দেখা দিলে। নগা পাহাৰৰ কথা সকলোতে সদৰী হ'ল। প্ৰদীপ কৃতকাৰ্য্য হৈছে। চৰকাৰেও সহানুভূতি দেখুৱালে প্ৰদীপৰ কাৰ্য্যত।

"মৰমী আপোনাৰ কিহয় বৰুৱা ?" মূলাই সোধে। প্ৰদীপে হঠাতে উত্তৰ দিবলৈ অপ্ৰস্তুত হৈ পৰে। কিন্তু শেষত সকলো কথা ভাঙি মূলাৰ আগত ক'লে। মূলাই শুনিলে সকলো কথাকে।

"বাৰু কালি কহিমাৰ পঁৰা আমি আহোঁতে বাটত যেতিয়া মই মৰমীৰ বিষয়ে আপোনাক সুধিছিলোঁ তেতিয়া কথা লুকাবলৈ কিয় যত্ন কৰিছিল ?"—প্ৰদীপে অলপ হাঁহি ক'লে: মোক কিবা ভুল বুজে বুলিয়েই মই তেনে কৰিছিলোঁ। মোক ক্ষমা কৰিব।

"বেয়া কথা নহয় বৰুৱা। আপুনি মৰমীক ভাল পায় বিয়াও কৰাব। দোষ একো নাই। চহাইটি, ফ্ৰেণ্ডচিপ্, এণ্ড লভ্, অকল মানুহৰে কাম্য নহয় পশু-পক্ষীৰো।"

"মই ইয়াৰ পৰা সোনকালে যাম বুলিয়েই ভাবিছোঁ। আপোনাৰ নিচিনা এগৰাকী নেত্ৰীক পালোঁ। যেতিয়া নগাপাহাৰৰ সকলো কাম আপোনাৰ ওপৰতে।"

"ভৈয়ামলৈ যাব নেকি ?"

"ভৈয়ামলৈ নহয়। পাহাৰৰ ওপৰে ওপৰেই বগাব লাগিব মূলা। নগা পাহাৰৰ সমস্যাৰ দৰেই আৰু এটা সমস্যা আছে পাহাঁৰৰ ওপৰত। এই বিষয়ে আপোনালোকে মোক সহায় কৰিব লাগিব। কেজনমান কৰ্ম্মী মোৰ লগত দিব লাগিব নেফা অঞ্চললৈ যাবলৈ।

"আপুনি তাত কি কৰিব ?

"নেফা অঞ্চলৰ জন-জাতি লোকসকলৰ মাজত সেৱা সমাজৰ কথা, অসমৰ কথা ক'ব লাগিব। ভৈয়ামৰ বুকুৰ মাজলৈ সেই অঞ্চলৰ লোকসকলক আনি সকলোৱে একে লগে অসমৰ স্বাৰ্থৰ বাবে চিন্তা কৰিব লাগিব।"

"এই উদ্দেশ্যৰ কাৰণে নেফাত সোমাবলৈ নেফা প্ৰশাসনে আপোনাক জানো অনুমতি দিব ?"

"অনুমতি নেপালেও মই যাবই লাগিব। নহলে যে আমাৰ সম্পূৰ্ণ কাম হৈ নুঠে। আমাৰ আহ্বান নেফা জন-জাতীয় লোকে নিশ্চয় গ্ৰহণ কৰিব।"

"বিশ্বাসো কৰিছোঁ বৰুৱা। সেই অঞ্চলৰ জন-জাতীয় লোক সকলে অসমীয়া পঢ়িবৰ কাৰণে চৰকাৰৰ ওচৰত আবেদন নিবেদন কৰিছে। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ উদ্দেশ্য কি ক'ব নোৱাৰি। হয়তো অসমৰ বুকুৰ পৰা নেফা অঞ্চলক কাঢ়ি নি অসমক দুৰ্ব্বল কৰা আৰু লগে লগে হিন্দীৰাজ্য পতাৰ অভিপ্ৰায়।" প্ৰদীপ বহুত সময় নীৰৱে থাকিল। মুলাৰ কথাবোৰ অসত্য নহয়। সত্য কথাকে কৈছে মুলাই।

"আপোনাৰ লগত ময়ো যাম বৰুৱা। মই লগত থাকিলে আপুনি বহুত সুবিধা পাব। নহলে আপোনাৰ বৰ কষ্ট হ'ব।"

"আপুনি মোৰ লগত কেনেকৈ যাব। কষ্ট হ'ব যথেষ্ট আৰু আন অসুবিধাও আছে।"

"মোৰ কষ্টৰ কাৰণে আপুনি ভাবিব নালাগে। মই অসমীয়া ছোৱালী। কষ্ট কৰিব পাৰোঁ।"

"বৰ ভাল কথা। আপোনালোকৰ ঘৰত এই বিষয়ে আলোচনা কৰিম বাৰু।"

সন্ধিয়া নামিল। পাহাৰৰ গছৰ পাতত বতাহৰ মৃদু ঠেকা। দুয়ো আগবাঢ়িল ঘৰৰ ফালে। কিছুদিনৰ পিছতে নগা পাহাৰৰ পৰা নেফা অঞ্চললৈ যোৱাৰ কথা প্ৰদীপে কিৰণলৈ লিখিলে। নগা পাহাৰৰ কথা প্ৰায় সমাধান হোৱা বুলিয়েই জনালে। মৰমীৰ সম্বন্ধে কিৰণে জনাইছিল যে তাইৰ মনৰ পৰিবৰ্ত্তনৰ অনুমান এটা সি কৰিছে। তাইক মাতি মাতিও কিৰণে ঘৰলৈ আনিব পৰা নাই। এবাৰ অপৰাজিতাৰ অনুৰোধত কিৰণ গুৱাহাটী পালেগৈ

মৰমীক আনিবলৈ। মৰমী নাহিল। গা-অসুখ বুলিয়েই উত্তৰ দিছিল। যোৱা মাহত অপৰাজিতাই পঠোৱা টকাও ঘূৰাই পঠালে মৰমীয়ে। প্ৰদীপৰ অন্তৰলৈ আৰু এটা চিন্তা আহি পৰিল মৰমীৰ বিষয়ে। সি মৰমীলৈ চিঠি লিখিলে। উত্তৰ নাপালে। প্ৰদীপৰ অন্তৰত এক প্ৰকাৰ আঘাত লাগিল।

"মই আগৰ পৰা জানিছোঁ মৰমী বৰ অভিমানী। মৰমীক লৈ যে প্ৰদীপ দাদা সুখী হ'ব আশা নাই। ইমান অভিমান আমাৰ ভাল নালাগে। কিমান মৰম কৰিলোঁ তাইক কেৱল দাদাৰ কাৰণেই। টকাখিনি তাই ঘূৰাই পঠালে। তাই টকা ক'ত পাইছেঁ? টকা নোহোৱাকৈ গুৱাহাটীত চলিব পাৰেনে? টকা দিওঁতা নিশ্চয় কোনোবা আছে। এনেকুৱা এজনী ছোৱালী আনি আপোনালোকে দাদাৰ জীৱনত দুঃখ নিদিব।" অপৰাজিতাই কথাবোৰ কৈ যায় বৰ খঙেৰে। কিৰণে শুনি আছিল। অপৰাজিতাৰ কথাত যুক্তি আছে।

"মই আজি এই বিষয়ে নৃপেনবাবুৰ লগত কথা হ'ম।"—কিৰণে ক'লে।

"কথা হয় নহয় আপোনালোকে জানে। কিন্তু তাইৰ বাবে আৰু টকা পঠাব নোৱাৰে। তাইৰ কাৰণে কিমান টকা গ'ল। অনুৰাধা বাইদেউৰো মত মোৰ লগত একে। বাৰু উকীলৰ জীয়েক বন্দনাক আজি মই মাতিছোঁ। বন্দনা আৰু মৰমী একে লগে থাকেও পঢ়েও। তাইৰ পৰা সকলো পাম।"—এনে সময়তে ম'টৰ এখন আহি কিৰণৰ ঘৰৰ সন্মুখত ৰ'লহি। ম'টৰৰ

শব্দ শুনি কিৰণ বাহিৰলৈ ওলাই আহিছিল। ম'টৰখনৰ পৰা বন্দনা বৰুৱা নামি আহে।

"বাইদেউ"। বন্দনাই মাতিলে।

"সোমাই আহাঁ ইয়ালৈকে বন্দনা।" বন্দনা ভিতৰলৈ সোমাই যায়। অপৰাজিতাৰ ল'ৰাটোক একোলা লৈ বন্দনাই চুমা খালে।

"আপোনাৰ ল'ৰাটোৱে ভয় নকৰে বাইদেউ। বৰ ধুনীয়াটো হৈছে পায়।" সি কালৈকো ভয় নকৰে। চিনাকি অচিনাকি নাই। পূৰা অসমীয়া জাতৰ ল'ৰা।" দুয়ো হাঁহিলে। অপৰাজিতাই বন্দনাক বহিবলৈ দি চাহ কৰি আনিলে। একাপ বন্দনাক দিলে, একাপ নিজে খাবলৈ ল'লে। কিৰণে চাহ একাপ ড্ৰাইভাৰটোক দি হোটেললৈ ওলাই গ'ল।

"আপুনি যে ইমান লিখিবলৈ শিকিলে বাইদেউ?"

"কিনো লিখিলোঁ বাৰু।"—অপৰাজিতাই কয়।

"আপুনি অসমীয়া জাতি এটা গঢ়ি তোলাত সেৱাসমাজক সহায় কৰাৰ বাহিৰেও নাৰী মঙ্গলৰ কাৰণে বহুখিনি বৰঙণি যোগাইছে। আপোনাৰ 'দাম্পত্য জীৱন' কিতাপে নাৰী সমাজৰ বহুখিনি মঙ্গল সাধিব। আপুনি যিবোৰ লিখিছে সেইবোৰ লিখাতে আবদ্ধ থকা নাই। 'দাম্পত্য জীৱন'ৰ সকলোখিনি গুণ আপোনাৰ গাত আছে বাইদেউ। কিৰণ দাদা বাৰু কিয় সুখী নহব।"—বন্দনাৰ কথাত অপৰাজিতাই মৃদু এটা হাঁহি মাৰিলে।

"তুমি কলেজলৈ কেতিয়া যাবা বন্দনা?"

"দুই চাৰি দিনতে যাম বুলি ভাবিছোঁ। ঘৰত থাকিলে

অলপো পঢ়া নহয়। মাৰ অসুখৰ কাৰণেই ঘৰত সোমাই আছোঁ। পৰীক্ষাও ওচৰ চাপিল। চেষ্টা এটা কৰি পাৰো যদি ডিগ্ৰীটো লওঁ। মৰমীইঁতে খুব পঢ়িছে।"—বন্দনাই মৰমীৰ বিষয়ে কিবা কথা উলিয়াবৰ অভিপ্ৰায়ে তাইৰ নামটো কথা প্ৰসঙ্গত উল্লেখ কৰিছিল।

"মৰমী আজি কালি নাহেনে কি বাইদেউ?"...বন্দনাই সুধিলে।

"এৰা, তেনেকুৱাই।"

"প্ৰদীপ দাদা নথকাৰ কাৰণেই বোধকৰো অহা নাই। তাতে পৰীক্ষাৰো ওচৰ। সা-সুবিধা আপোনালোকৰ পৰা পায়েই আছে। মৰমীৰ ভাগ্য ভাল।"

"মৰমীৰ বিষয়ে কিছু কথা সুধিম বুলিয়েই তোমাক মাতিছিলোঁ বন্দনা।"

"মৰমীৰ বিষয়ে মইনো কি জানো। প্ৰদীপ দাদাৰ আলাসৰ লাড়ু। বি-এ পাছ এইবাৰ কৰিবই। সেৱাসমাজতো কাম কৰিব কলেজৰ পৰা আহি। আপোনালোকৰ আনন্দৰ কথা।" বন্দনাৰ কথাবাৰত নতুন প্লট এটা অদৃশ্য হৈ যে আছে অপৰাজিতাই ধৰিব পাৰিলে।

"তোমালোক একেলগে থাকা নহয় বন্দনা। মৰমীয়ে আমি পঠোৱা টকা ঘূৰাই পঠালে। ইয়াৰ ভিতৰত নিশ্চয় কিবা এটা ৰহস্য আছে। তুমি জানা। মোক ক'ব লাগিব।" বন্দনাই বিদ্ৰূপৰ কৃত্ৰিম হাঁহি এটা মাৰিলে।

"মৰম লগা গাভৰু ছোৱালী এজনীয়ে টকা বিচাৰিলে কোনে নিদিয়াকৈ থাকিব বাইদেউ? মই কিবা এষাৰ কথাকৈ দাদা আৰু মৰমীৰ মাজৰ ভালপোৱাখিনি নষ্ট কৰা অন্যায় হ'ব। মুঠতে এই বিষয়ে মই একো নাজানো বুলিয়েই ধৰক।"

'তুমি জানা বন্দনা। তুমি ক'ব লাগিব। প্ৰদীপ দাদাৰ অমঙ্গল চিন্তা তুমিও কৰিব নোৱাৰা আৰু নকৰাও। তেখেত বৰ সবল। দেশখনৰ বাহিৰে একো নাজানে। প্ৰদীপ আমাৰ ৰাজহুৱা। তেখেতৰ মঙ্গল চিন্তা তুমি মই নিশ্চয় কৰিব লাগিব।"

"মই তেখেতক সদায় শ্ৰদ্ধা কৰোঁ বাইদেউ। তেখেত আদৰ্শ পুৰুষ। আদৰ্শ জয়ৰ কাৰণেই সকলো ত্যাগ কৰি বেশ্যাৰ ছোৱালী এজনী বিয়া কৰিবলৈ আগ বাঢ়িছে। কিন্তু মই যদি মৰমীৰ বিষয়ে কিবা কথা কওঁ তেন্তে মোৰ ভুল হ'ব। মুঠতে জানি থওক বাইদেউ, মাক ভালেই জীয়েক ভাল।"

"তুমি ভুল বুবুজিবা বন্দনা। তুমি অসত্য কথা এটাকৈ প্ৰদীপ আৰু মৰমীৰ অমঙ্গল নকৰা বুলি মোৰ বিশ্বাস আছে। তুমি জনা-বুজা ছোৱালী। প্ৰদীপে তোমাক কিয় বিয়া নকৰালে তুমি নিশ্চয় জানা। মৰমীৰ জন্মৰ বিষয়ে জানিও, এবাৰ মৰম দি পুনৰ ত্যাগ কৰি আদৰ্শ নষ্ট কৰিবলৈ নিবিচাৰিলে প্ৰদীপ দাদাই। প্ৰদীপ যদি অসুখী হয় আমি সকলোৱেই দুঃখ পামহঁক।"

বন্দনা বহুত সময় নিমাতে থাকিল। অপৰাজিতাৰো কৌতুহল বাঢ়িল। বন্দনাৰ অন্তৰখন ভাগিযোৱা যেন অনুমান কৰিলে। শেষত বন্দনাই ক'বলৈ ধৰিলে।

বন্দনাই যেন কথা ক'ব নোৱাৰা হয়। হঠাতে কৰুণ কণ্ঠস্বৰৰ নিকৰুণ ধ্বনিত হিয়াৰ স্তৰে স্তৰে সোমাই থকা বেদনাৰ নীৰ ভেটা ভাঙি ওলাই আহে। নিজক সংযত কৰি বন্দনাই ক'বলৈ ধৰিলে: বাইদেউ, 'আমাৰ অসম'ৰ ধুনীয়া পাহাৰৰ মৰমৰ বোকোচাত যিদিনা উঠিছিল প্ৰদীপ দাদা আৰু নগা ছোৱালী-জনীৰ ফটো সেই দিনাৰ পৰাই মৰমীৰ মনৰ স্পষ্ট পৰিবৰ্ত্তন আমি দেখিলোঁ। ধন-সম্পত্তিৰ আকুল বাসনা আৰু আভিজাত্যৰ মুৰুলীধ্বনিত কিবা এটা আচৰিত শক্তি আছে, নহলেনো এখন হিয়াৰ মাজৰ পৰা এখন হিয়া কেনেকৈ ওলাই আহিব। মৰমীৰ ককাক গৈছিল গুৱাহাটীলৈ, বিয়া বন্দৱস্ত কৰিছে। আমি পিছে শুনিছোঁহে দেই...।

"বিয়া? মৰমীৰ বিয়া হ'ব বন্দনা?" অপৰাজিতাই বৰ উদ্বিগ্ন হৈ সোধে।

"প্ৰফেচাৰ চলিহা চাৰৰ লগত বিয়া হ'ব বাইদেউ।"

তুমি মোক বৰ উপকাৰ কৰিলা বন্দনা। মৰমী যে এনেকুৱা হ'ব মই ভবা নাছিলোঁ। দৰিদ্ৰৰ সেৱক প্ৰদীপৰ লগত মৰমী থকা হ'লে দিনৰাতি দৰিদ্ৰ নাৰায়ণৰ সেৱাত ব্যস্ত থাকিব লাগিলহেঁতেন। কিন্তু এতিয়া পাব আভিজাত্য পৰশৰ বিচিত্ৰ সমাবেশ। প্ৰকৃত ভাল পোৱাই ধন-সম্পত্তি বা জীৱনৰ বাহ্যিক আড়ম্বৰ নিবিচাৰে বন্দনা। এনে প্ৰৱঞ্চনাক প্ৰেম নোবোলে।"

বন্দনাই একো নামাতিলে। অপৰাজিতাৰ কমৰ এলাৰ্ম টাইম্‌পিচ্‌টোত ভেতিয়া এলাৰ্ম বাজিছিল।

## ॥ চৈধ্য ॥

নেফা। অসমীয়া জাতিৰ কৃষ্টি ভৰি থকা পেটাৰী। নেফা অঞ্চলত ছমাহ ধৰি ভ্ৰমণ কৰিছে প্ৰদীপ আৰু মূলাই। জনজাতি সকলৰ মৰমত প্ৰদীপ মোহ নগৈ নোৱাৰিলে। সকলোৱে কয়, সকলোৱে স্বীকাৰ কৰে অসমৰ পৰ্ব্বত-ভৈয়াম এক। অসমৰ বাতৰি বিলাই গাৱেঁ গাৱেঁ ঘূৰি ফুৰিলে। জনজাতি সকলক বুজালে অসমৰ কথা—অসমৰ বহুমুখী সমস্যাৰ কথা। সকলোৰে আগ্ৰহ অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ। গাৱঁলীয়া ৰাইজে নাজানে প্ৰশাসনৰ ভিতৰৰ কৌশলবোৰ। সিহঁতে মাথো ক'লে নেফাৰ ৰাইজ আজি অসমীয়া হ'ব নালাগে, বহুদিনৰ পৰাই অসমীয়া। সিহঁতক লাগে ভৈয়ামৰ ৰাইজৰ সৈতে ৰং ধামালি কৰি থাকিবলৈ, ভৈয়ামৰ লগত একে হৈ থাকিবলৈ। আৱদ্ধ কৰি ৰখা জনজাতীয় ৰাইজৰ মনবোৰ বিদ্ৰোহী হৈ উঠে। সিহঁত অসমীয়া। এৰা, সিহঁতক ভৈয়ামৰ লগত একে হৈ থাকিবলৈ লাগে। অসমীয়া জাতি এটা আৰু নেফা অঞ্চলো এক অংশ। গাৰো, দফলা, আবৰ, চিংফৌ আদি পাহাৰৰ ওপৰে ওপৰে বগাই বিচাৰিলে সিহঁতৰ মৰম। সিহঁতৰ বুকুৰ মৰমেৰে প্ৰদীপ আৰু মূলাই জপিয়াই ফুৰে ইটো পাহাৰৰ পৰা সিটো পাহাৰলৈ। ভৈয়ামৰ মৰমৰ টোপোলা, চেনেহৰ বতৰা খুলি খুলি বিলাই ল'লে পাহাৰীয়া ৰাইজে, গোন্ধে মলেমলাই ভৈয়ামৰ গান্ধ কলায়।

এটা পাহাৰৰ নামনি। শ্যাম ধুনীয়া ঘাঁহনিডৰাৰ ওপৰত বহি কথা পাতে প্ৰদীপ আৰু মূলাই। আবেলি বেলিৰ ক্ষীণ পোহৰ।

"আপোনাৰ নিচিনা এগৰাকী নাৰী কৰ্ম্মী নোপোৱা হ'লে মই হয়তো ইমানখিনি কামত আগুৱাব নোৱাৰিলোঁহেঁতেন। আপোনাৰ নিচিনা কত কত গৰাকী অসমৰ বীৰাঙ্গনা পাহাৰৰ মাজত লুকাই আছে। পাহাৰৰ মাজত আৱিষ্কাৰ কৰিব লাগিব অসমৰ শত শত লাচিত-মূলাক।"

"বাৰু গুণ গাই মোক ফুচুলাব নালাগে। ভৈয়ামলৈ যাওঁতে মৰমীৰ আগত এইবোৰ কথা ক'ম ৰ'ব। মজাপালি দিব।" মূলাই হাঁহিলে, প্ৰদীপেও হাঁহিলে। নেফাত লাহে লাহে আন্দোলন এটাৰ উদ্ভৱ হ'ল। নেফা অঞ্চলৰ পৰা অসমীয়া ভাষা উঠাই দিয়াটো ভৈয়ামৰ বাবেই লাজৰ কথা নহয় নেফা অঞ্চলবো, নেফাৰ ৰাইজ অসমীয়া। ইয়াৰ পৰা অসমীয়া ভাষা তুলিদি পাহাৰীয়া ৰাইজক অপমান কৰিছেঃ ভোদা ৰাইজৰ জনমতক উপেক্ষা কৰি নেফাক বিচাৰিছে চিঙি নিবলৈ অসমৰ বুকুৰ পৰা। এই কথা হ'ব নোৱাৰে। এইবোৰ কথা নেফাৰ ৰাইজৰ। এটা শান্তি পূৰ্ণ আন্দোলন গঢ়ি তুলিবলৈ প্ৰদীপ আৰু মূলাই ৰাইজক উদগণি যোগালে। আন্দোলন আৰম্ভ হ'ল। নেফা ভৈয়ামৰ লগত এক। এক প্ৰাণ।...এৰা এইবোৰ কথা এই ভোদা ৰাইজক কোনে বুজালে বাৰু? ভোদা ৰাইজ। একো নাজানে পৃথিৱীৰ কথা। কি গণতন্ত্ৰ কি ৰাজতন্ত্ৰ। আন্দোলন।

নেফা ৰাইজৰ এই আন্দোলনৰ ইন্ধন যোগোৱা কোনো লোক নিশ্চয় আছে।

মূলা। নগাৰ ছোৱালী মূলাৰ কথাকে প্ৰদীপে আজি এই পাহাৰৰ নামনিত বহি বহি ভাবিছিল। মূলাৰ আদৰ্শ দেশ-প্ৰেম। কিমান মৰম কৰে মূলাই প্ৰদীপক। এবাৰ মূলাৰ ফালে চাই দেখিলে—মূলাই কপালখন মোহাৰি আছে। মূলাৰ সান্নিধ্যই প্ৰদীপক যোগাইছে অসীম শক্তি।

"কিবা অসুখ হৈছেনে কি আপোনাৰ?" প্ৰদীপে মূলাক সুধিলে।

"মূৰটো বৰকৈ বিষাইছে।"

"মই অলপ মোহাৰি দিম জানো?" প্ৰদীপে নম্ৰভাৱে সুধিলে। মূলাই একো উত্তৰ নিদিলে।

"আপুনি বেয়া নাপাই যদি মোৰ কোছতে মূৰটো দি শোৱক। মই অলপ মোহাৰি দিওঁ ভাল পাব। দিনটো ৰদে ৰদে ঘূৰি ফুৰাৰ বাবেহে এনে হৈছে।" মূলা এতিয়াও নিৰুত্তৰ। প্ৰাণত উঠিছিল এটা হাহাকাৰ ধ্বনি। হয়তো মূলাৰ প্ৰাণত জাগিছিল এটা প্ৰবল হেঁপাহ। সিহঁতৰ সমুখৰ দুটা সৰু পাহাৰৰ মাজেদি বৈ যোৱা সৰু জুৰিটোৰ পানীখিনি নিৰ্ম্মল হৈ জিলিকি আছিল। দূৰত দুটা কপৌৰ মাত। ইটোৱে সিটোক মাতিছে, হয়তোবা কিবা বতৰা যাচিছিল। ধীৰে ধীৰে মূলাই সংকোচ নকৰাকৈ প্ৰদীপৰ কোলাত মূৰটো দি শুই পৰিল। প্ৰদীপে লাহে লাহে মূলাৰ মূৰটো মোহাৰি দিলে। পুতৌ লগা মূলাৰ

মুখখন, ভৰপুৰ সৌন্দৰ্য্য. নাৰী সুলভ স্বাভাৱিক লাজৰ সংকেত আজি প্ৰথম বাৰৰ কাৰণে দেখা পালে প্ৰদীপে। স্বাভাৱিক কিছু মৌনতাৰ মাজত অপলক দৃষ্টিৰে চাইছিল দুয়ো দুয়োৰ ফালে।

"আপুনি পাহাৰৰ ওপৰত ঘূৰি ফুৰিব নালাগে মুলা। আপোনাৰ যথেষ্ট কষ্ট হৈছে। এতিয়া ইয়াৰ বাকীখিনি কাম মই নিজে কৰিব পাৰিম। আপোনাক তেজপুৰলৈ পঠাম। অপৰাজিতা আৰু অনুৰাধাৰ লগ লাগি ভৈয়ামত সেৱা সমাজৰ কাম কৰিব।"

:মোৰনো কি কষ্ট দেখিলে। আপোনাক ইয়াত অকলে এৰি মই নাযাওঁ।" শুই থকাৰ পৰাই মুলাই ক'লে।

"আপোনাৰ ভৱিষ্যতৰ কাৰণেও চিন্তা কৰিব লাগিব। পুৰুষৰ দৰে সদায় এই দৰেতো থাকিব নোৱাৰে।"

"ভৱিষ্যতৰ কথা মানে বিয়াৰ কথা কৈছেনে কি? বিয়া ইমান সহজে হ'বনে? পুৰুষে যদি কন্যা চাই বিয়া পাতিব পাৰে তেন্তে কন্যাৰো অধিকাৰ থাকিব বৰ চোৱাত। অচিনাকি এজনৰ লগত বিয়া হোৱা আমাৰ কাৰণে আপোনালোকে অতি সহজ বুলিয়েই ভাবে। আপুনি মৰমীক ভাল পায়, বিয়াও পাতিব; আমাৰোতো অধিকাৰ আছে ভাল পোৱা জনৰ লগত বিয়া পাতিবলৈ।"

"নিশ্চয় অধিকাৰ আছে।"

"তেন্তে পুৰুষ সমাজে আমাক কিয় বাধা দিয়ে? প্ৰাণে

যাক ভাল পায় তেওঁৰ সৈতে বিচ্ছেদ কৰি অন্য এজনৰ লগত জানো বিয়া দিয়াটো উচিত ? নাৰীয়ে পুৰুষৰ আগত বা অভি-ভাবকৰ আগত বিয়াৰ সম্বন্ধে স্পষ্টকৈ নকলেও বিয়াৰ সম্বন্ধে নাৰীক সম্পূৰ্ণ স্বাধীনতা দিয়া উচিত। ই বৰ অন্যায় কথা যে ছোৱালীৰ মন নাথাকিলেও যাৰে তাৰে হাতত এজনী ছোৱালী সপি দিয়ে।” প্ৰদীপ নিৰুত্তৰ। উত্তৰ দিয়ে কি। দূৰত দেখিলে সেই অঞ্চলৰ বহুত ৰাইজ সিহঁতৰ ফালে আগুৱাই আহিছে। কেবাখনো গাওঁৰ মানুহ। নিশ্চয় কিবা এটা হৈছে। হঠাতে কি ঘটনা হ'ল সিহঁতে একো ধৰিব নোৱাৰিলে। প্ৰদীপ আৰু মূলা দুয়ো আগবাঢ়ি যায় ৰাইজৰ সমীপলৈ।

“তোমালোকৰ কি হ'ল, সকলো দেখোন আহিছাহঁক ?” প্ৰদীপে ৰাইজৰ ওচৰ পাই সুধিলে।

“বৰুৱা তোক বিচাৰি আমি আহিছোঁ। আমাৰ গাওঁ বিলাকত তোক মিলিটাৰীয়ে বিচাৰি ফুৰিছে। সিহঁতে ধৰি নিব তহঁত দুয়োটাকে। তই আমাৰ দেশ অসমৰ বিষয়ে দুটা কথা জানিবলৈ দিয়াত বোলে জগৰ লাগিছে। সিহঁতে কৈছে তই আহি হেনো অশান্তি এটা কৰিছ সেয়েহে আমাৰ পাহাৰীয়া মানুহ বোৰে নানা কথাকৈ হৈ-চৈ কৰিছে। তই পাহাৰৰ মাজতে পলা। সিহঁত পাবহি এতিয়াই। আমি তোক এৰি নিদিওঁ। তই আমাৰ বুকুৰ কুটুম। তই মৰিলে আমিও মৰিম।” এজন মানুহে লৰা লৰিকৈ কথাখিনি কৈ গ'ল। মানুহ বিলাকে প্ৰদীপ আৰু মূলাক আগুৰি ধৰিলে।

"মোক ধৰি নিয়ে যদি নিয়ক। মই অসত্যত ভৰি দিয়া নাই। মই অসম মাতৃৰ সেৱাত ওলাইছোঁ। মই তহঁতক বিচাৰি আহিছোঁ পাহাৰৰ মাজলৈ। তহঁতক নাপাই অসম মাতৃয়ে কান্দিছে। সত্য কথা কোৱাত যদি মোৰ দোষ হয় মই ভয় নকৰোঁ। তহঁতে যদি মোক ভাল পায় তহঁতৰ অসম দেশক ভাল পায় তেন্তে মোক ৰক্ষা কৰিব পাৰিবিহঁক। অসমক ৰক্ষা কৰা ভাৰ তহঁতৰ ওপৰত। তহঁতে মই কোৱামতে যদি শান্তিৰে আন্দোলন কৰ, চৰকাৰৰ ওচৰত যদি তহঁতৰ দাবী জনায় তেন্তে মই জানিম তহঁতে মোক মৰম কৰিছ।"

ইতিমধ্যে বহুত মিলিটাৰী আহি সিহঁতক আগুৰি ধৰিলে। প্ৰদীপ বাইজৰ মাজলৈ সোমাই গ'ল। সকলোকে সাৰটি ধৰি কান্দিলে। জনজাতীয় বাইজে চিঞৰি উঠিল, প্ৰদীপ আমাৰ, অসম আমাৰ, আমি অসমীয়া। প্ৰদীপক হেৰুৱাব লগা হোৱাত সিহঁতে কান্দিলে।

"মিঃ বৰুৱা, আপোনাক আৰু মিচ্ মৃলাক এৰেষ্ট কৰা হৈছে, আপোনালোকে চৰকাৰৰ বিনা অনুমতিত ইয়াত প্ৰৱেশ কৰি নেফাৰ সৰল হোজা বাইজক নানা ধৰণৰ উদগণি দি আন্দোলন এটা সৃষ্টি কৰাৰ অপৰাধত।" মিলিটাৰী অফিচাৰজনৰ হুকুম পায়েই দুয়োকে মিলিটাৰীয়ে ধৰি লৈ গ'ল। বাইজে চকুলো টুকি চাই ৰ'ল। ধীৰ বতাহত পাহাৰৰ গছৰ ওপৰৰ পৰা দুটা এটা বুঢ়াপাত সৰি পৰিল।

চাৰিউফালৰ পৰা অগণন মানুহ আহি গোট খালেহি।

অসমৰ জয়ধ্বনি কৰিলে—ৰাতি দুপৰলৈকে নানা কথাৰ আলোচনা চলিল। অসমৰ পৰ্ব্বত ভৈয়াম জুৰি এটা সবল জনমত গঢ়ি উঠিল, নেফাক অবিলম্বে অসমৰ লগত চামিল কৰিব লাগে। অহিংস আন্দোলন দুগুণে বাঢ়িল। অসমৰ জনতাৰ দাবী ভাৰতবৰ্ষৰ ইমূৰ সিমূৰ হ'ল। সেৱা সমাজে প্ৰতি-বিধানৰ বাবে ভাৰত চৰকাৰৰ ওচৰত নিবেদন জনালে। অসমৰ বহুমুখী সমস্যা, সমাধান লাগে। গগনমণ্ডল কঁপি উঠিল। অসমৰ ৰাজনৈতিক মহলবিলাকত গুণা গথা লাগিল। বিধান সভা আৰু সংসদৰ পৰা বহুকেইজন সদস্যই পদ এৰি ওলাই আহিল সেৱা সমাজলৈ। জয়। সেৱা সমাজে সত্য কথা কৈছে। সেৱা সমাজেই অসমীয়া ৰাইজৰ একমাত্ৰ মঙ্গলকামী প্ৰতিষ্ঠান। প্ৰদীপে মুক্তি নাপালে। চৰকাৰৰ ইচ্ছাৰ বিৰুদ্ধে অসমৰ পাহাৰীয়া জন জাতীয় লোকক নানাভাৱে উদগণি দিয়াত সাম্প্ৰতিক এবছৰ জেল। হয়তো আৰু হ'ব পাৰে। অসমীয়া ৰাইজৰ করুণ ক্ৰন্দন অসমৰ হাবিয়ে বননিয়ে উপচি পৰিল। অৰণ্য ৰোদন। ফল নাই। কাজিৰঙাৰ কজলা হাবিৰ মাজত সোমাই থকা গঁড় কেইটাই মূৰ দাঙি শুনিছিল অসমীয়াৰ করুণ ক্ৰন্দন, অলপ পিছতে পাকতে ঘূৰি সিহঁতো শুই পৰিল নিজৰ ঠাইত। এৰা, অসমত ব্যৰ্থতাৰ অট্টহাস্য।

প্ৰদীপ আৰু মূলাক যোৰহাট জেলত ৰাখিলে। অসমৰ পুৰণি বুৰঞ্জী কেইখন ৰাখি থ'লেই অসম জী নাথাকে। বুৰঞ্জীৰ প্ৰতিধ্বনিত আত্ম সচেতন হয় কেইজনৰ। পৰ্ব্বত ভৈয়ামত

উঠিল জনতাৰ পদধ্বনি, জাতীয় চেতনাৰ আকুতি—উপেক্ষিলে ভ্ৰূকুটি। যোৰহাট জেলত সোমোৱাৰ লগে লগে প্ৰদীপৰ চকুৰেদি বাগৰিছিল চকুলো ……। মানুহক বান্ধি ৰাখিব পাৰে কিন্তু মন বান্ধি ৰাখিবৰ ক্ষমতা নাই ক্ষমতাৰো।

জেলৰ দুৱাৰ দলিত ভৰি দিয়েই প্ৰদীপে চালে অসমৰ মুক্ত আকাশখনলৈ। আকাশত দুচপৰা ক'লা মেঘ। আজি তাৰ মৰমীলৈ মনত পৰিছিল সঘনে। মৰমীয়ে তাৰ খবৰ পাই নিশ্চয় কান্দিছে। হয় কান্দিছেই। অগ্নিগড় পাহাৰৰ সেই ধুনীয়া সন্ধিয়াটোলৈ তাৰ মনত পৰিল। আয়ৈ দেহি! মৰমীয়ে কান্দিছে গুৱাহাটিত। মূলাই তেতিয়া করুণভাৱে চাই আছিল প্ৰদীপৰ মুখখনলৈ। মৰমী…। দেহৰ ৰক্ত-মাংসৰ মাজে মাজে দ্ৰবীভূত হৈ থকা মৰম নেওঁচি আভিজাত্যৰ বোকোছাত উঠিল: কামাখ্যা পাহাৰৰ সমান ওখ ধনৰ মোহে জীৱনলৈ আনিলে নতুন উন্মাদনাৰ উলহ-মালহ। চলিহাৰ মোহন শক্তিয়ে মৰমীক মুহিলে, আকুল বাসনাত প্ৰাণে হাহাকাৰ কৰিলে, কৃতজ্ঞতাক নেওঁচি অতীতৰ জোনাকী সোণালী মোহ এৰি মৰমীয়ে বিচাৰিলে চলিহাৰ বুকুৰ মৰম। হায়, এয়েকি প্ৰেমৰ বৈশিষ্ট্য, এয়েনে ভাল পোৱাৰ চৰম পৰিণতি।

এবছৰ জেল পাৰ হয় প্ৰদীপ আৰু মূলাৰ। প্ৰদীপ নিৰুৎ-সাহ হোৱা নাই। শীতত মৰহি যোৱা কল্পনা আকৌ জীপ ধৰি উঠিল বসন্তৰ আগমনত। একেখন জেলতে এবছৰ কাল থাকিও প্ৰদীপ আৰু মূলাৰ দেখা সাক্ষাত হোৱা নাছিল। মূলাই ৰচিছিল

সপোন হয়তো দেশৰ নতুবা প্ৰণয়ৰ। আশা-নিৰাশাৰ দোমোজাত পাৰ হয় এটা বছৰ মূলাৰো।

মূলা আৰু প্ৰদীপৰ মুক্তিৰ দিন। আজি বাৰ বজাত মুক্তি লাভ কৰিব দুয়োজনে। পৰ্ব্বত-ভৈয়ামত আনন্দৰ ৰেখা। নেফা অঞ্চল আৰু আন পাহাৰবোৰৰ জনজাতীয় শ শ লোক গোট খালেহি যোৰহাট নগৰত, আজি প্ৰদীপৰ মুক্তিৰ দিনত। তেজপুৰ, গুৱাহাটি আদিৰ পৰাও বহুত লোক গৈছে প্ৰদীপক আগবঢ়াই আনিবলৈ। কিৰণ, নৃপেন, অপৰাজিতা-অনুৰাধা আগদিনাই গৈ যোৰহাটত আছেগৈ। সেইদিনা পুৱাবেলাতে আহিছে শিৱসাগৰৰ পৰা বৰুৱা, আৰু বহুতো। চাহবাগানবিলাকৰ পৰা যে কিমান মানুহ আহিছে। মুক্তিৰ দিনা পুৱাতে প্ৰদীপে শুনিলে অসমৰ বহুত ঠাইৰ পৰা হেজাৰ-বিজাৰ মানুহ আহিছে প্ৰদীপক আগবঢ়াই নিবলৈ। মৰমী আহিছে জানো? আহিছে। নিশ্চয় মৰমী আহিছে। কিমান দিনৰ পৰা মৰমীক সি দেখা নাই। কেনে ধুনীয়া মৰমী, কিমান যে মৰম আছে তালৈ। তাৰ জানো কম মৰম মৰমীৰ ওপৰত। মৰমীয়ে ছাগৈ বি-এ পাছ কৰিলে। হয় কৰিছে। সি জেলত থকা বাবে এইবোৰৰ খবৰকে পোৱা নাই। কিৰণে দেখোন বহুদিন মৰমীৰ বিষয়ে একো লিখা নাছিল। বোধহয় পাহৰিয়েই আছিল। সি জানো কম। সেৱা সমাজৰ কামত ঘূৰি ফুৰি অপৰাজিতালৈকে পাহৰি যায়। অ', অপৰাজিতাৰ ল'ৰাটো সি থাকোঁতেই জন্ম হৈছিল। এতিয়া ছাগৈ সি বৰ এটা হ'ল। আজি দেখিব। পুৱা। মূলা আহি

প্ৰদীপৰ ওচৰ পালেহি। এবছৰৰ মূৰত আজি আকৌ দুয়োজনৰ দেখা হৈছে। মূলাক হেণ্ডচেক্ এটা দি ক'লে প্ৰদীপে: এবছৰ পাৰ হ'ল মূলা। আজি আমাৰ মুক্তি। বহুদিন হ'ল। আপোনাক ঘৰত থৈ আহি মই পুনৰ নেফালৈ যাম। আমি আহোঁতে তাৰ বাইজে কান্দিছিল নহয়নে? এই এবছৰে মই সিহঁতৰ কান্দোনৰ ধ্বনিকে শুনিছোঁ।

দুপৰীয়া বাৰ বাজিছে। মুক্তি পত্ৰত চহী কৰি মূলা আৰু প্ৰদীপ জেলৰ বাহিৰ হ'বলৈ আহিল। জেলৰ সম্মুখৰ পথাৰখনত হেজাৰ হেজাৰ মানুহে অপেক্ষা কৰি আছে। দুয়োজন জেলৰ দুৱাৰ মুখ ওলোৱাৰ লগে লগে বিপুল জনতাই জয়ধ্বনি কৰিলে। গগনমণ্ডল নিনাদিত হ'ল। সেৱা সমাজৰ ডাঙৰ পতাকাখন আকাশত উৰিছিল। জেলৰ দুৱাৰ মুখৰ পৰা প্ৰদীপে মূলাক ক'লে: মূলা! সৌখন আমাৰ সেৱাসমাজৰ পতাকা। দুয়ো প্ৰথমে পতাকাখনক নমস্কাৰ জনালে। তাৰ পিছত উপস্থিত হৈ থকা ৰাইজলৈ দুয়ো নমস্কাৰ কৰি এখোজ আগুৱাইছে। লগে লগে আকৌ জয়ধ্বনি হ'ল। নেফাৰ পৰা বহুত মানুহ আহিছে, নগা-পাহাৰৰ পৰাও আহিছে। সৌৱা চাওকচোন মূলা—প্ৰদীপে মূলাক ক'লে। আৰু এখোজ আগবাঢ়িল। পিয়ন এজনে এখন অয়াৰ প্ৰদীপৰ হাতত দি গুছি যায়। ক্ষন্তেক বৈ অয়াৰখন পঢ়িলে। প্ৰদীপৰ হাত দুখন কঁপি উঠিল। মূলাই প্ৰদীপৰ মুখলৈ চালে। হঠাতে প্ৰদীপ শেঁতা পৰি গ'ল। মৰমীৰ অয়াৰ···

"মাই মেৰেইজ চেটেল্ড উইথ্ প্ৰফেচাৰ চলিহা।"

প্ৰদীপ ধীৰে ধীৰে আগবাঢ়ি গ'ল সন্মুখৰ সৰু ৰাস্তাটোৰেদি দু-ধাৰি চকুলো বাগৰি আহিল। মৰমী…, তাৰ আকুল প্ৰাণ, তাৰ প্ৰাণৰ মৰমীৰ স্মৃতি শিখাই তাইক বিচাৰি মুক্ত নীলাভ আকাশখনলৈ ঢাপলি মেলে, যেতিয়া স্মৃতিৰ শিখা হেৰাই যায় তেতিয়া তাৰ চকুৰ দৃষ্টিও হেৰাই যায়। তাৰ হাওঁ ফাওঁ অচলহৈ পৰে। পাত ভৰি'থকা গছ জোপাৰ তলত সি থমকি ৰয়— লগত মূলা। মূলাই কান্দিছিল। ভাব-সাগৰত প্ৰদীপ আকৌ হেৰাই যায়। প্ৰশান্ত মহাসাগৰৰ দৰে গভীৰ, মন্দাকিনীৰ দৰে পবিত্ৰ, তেজোদ্দীপ্ত কোমল মৰমীৰ ওঁঠৰ ওপৰে বাগৰি থকা হাঁহিৰ মাধুৰিমাৰ গৰ্ভত কেনেকৈ লুকুৱাই ৰাখিছিল স্নেহৰ কাৰ্পণ্য ভালপোৱাৰ এনে প্ৰৱঞ্চনা। প্ৰদীপৰ বুকুখন দুৰ্ব্বাৰ গতিৰে কঁপিছিল। অনিৰ্ব্বাণ দীপ শিখাৰ দৰে প্ৰেম মন্দিৰ আলোকিত কৰি প্ৰদীপ জ্বলি থাকিব অসীম অনন্তকাল। আৰু মৰমী ? ? ? মূলাই উচুপি উচুপি কান্দি প্ৰদীপৰ হাত এখনত ধৰি আছিল। বিপুল জনতাৰ মাজেদি দৌৰি গৈছিল প্ৰদীপক লগ ধৰিবলৈ কিৰণ আৰু অপৰাজিতা। 'প্ৰদীপ দাদা—প্ৰদীপ দাদা', অপৰাজিতাই দৌৰি আহি প্ৰদীপক সাৱটি ধৰি কান্দিবলৈ ধৰিলে। প্ৰদীপে তেতিয়া দূৰৰ শূন্যমাৰ্গলৈ চাই আছিল। অসমৰ নীলা পাহাৰবোৰ তেতিয়া সুস্পষ্ট হৈ জিলিকি উঠিল। প্ৰদীপৰ দুগালেদি বাগৰি অহা চকুলোবোৰ মোহাৰি দি মূলা আৰু অপৰাজিতাই উচুপি উচুপি কান্দিছিল।

— —

## একেজন লিখকৰ অন্য দুখন কিতাপ

**কাজিৰঙাৰ কজলা সপোন**

**সোৰন শিৰী তেতিৰ কোনে**